# শ্ৰীঅৰবিন্দ

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৩

প্ৰকাশক :
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৩

প্ৰথম প্ৰকাশ :
নৱেম্বৰ, ১৯৭৩

মূল্য : চাৰি টকা

মুদ্ৰক :
কালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# ভূমিকা

একাধাৰে আধ্যাত্মিক সাধক, বিপ্লৱী নেতা, দাৰ্শনিক, কবি আৰু সাহিত্যিক ঋষি শ্ৰীঅৰবিন্দ আছিল এক অনন্যসাধাৰণ পুৰুষ। পৰাধীন ভাৰতত জন্মলাভ কৰি তেখেতে দেশমাতৃকাৰ শৃংখলিত, অধঃপতিত আৰু গ্লানিময় জীৱনৰ বেদনা মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। এই উপলব্ধিয়ে ইমান গভীৰ ক্ষোভৰ সৃষ্টি কৰিছিল যে তেখেত আজীৱন বিপ্লৱৰ সাধনাত নিমগ্ন হৈছিল। শ্ৰীঅৰবিন্দই যি বিপ্লৱৰ সপোন দেখিছিল, সি কেৱল ৰাজনৈতিক বিপ্লৱ নাছিল। ৰাজনৈতিক বিপ্লৱক তেখেতে ভাৰতীয় তথা মানৱ-জীৱনৰ সামূহিক বিপ্লৱৰ এটা অংগস্বৰূপে গ্ৰহণ কৰিছিল। সেয়ে জীৱনৰ প্ৰথমছোৱা তেখেতে ভাৰতৰ ৰাজনৈতিক বিপ্লৱৰ সাধনাত ঘাইকৈ নিয়োজিত কৰিলেও প্ৰথমৰেপৰা তেখেতে ভাৰতীয় জীৱনৰ সাংস্কৃতিক তথা আধ্যাত্মিক পুনৰুজ্জীৱনৰ বাবে চিন্তা-চৰ্চা কৰিছিল। জীৱনৰ পৰৱৰ্তী অধ্যায়ত তেখেতে কেৱল যোগ সাধনাত নিমগ্ন হৈ নতুন এক আদৰ্শবাদী জীৱন-দৰ্শনৰ সৃষ্টি কৰিছিল। তেখেতৰ সাহিত্য-সৃষ্টি আছিল এই দৰ্শনৰে প্ৰতিফলন।

ৰাজনৈতিক বিপ্লৱৰ বাট এৰি, আনকি সংসাৰ-ধৰ্মৰপৰাও নিজকে মুক্ত কৰি, শ্ৰীঅৰবিন্দই কিয় পণ্ডিচেৰীৰ আশ্ৰমৰ মাজত আধ্যাত্মিক সাধনাৰ বাট ল'লে—ই এটা ডাঙৰ প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰস্বৰূপে বৰ্তমান গ্ৰন্থত কিছু আভাস দিয়া হৈছে। অৰবিন্দই যি পূৰ্ণ মানৱৰ স্বপ্ন দেখিছিল, সি কেৱল ৰাজনৈতিক মুক্তিৰ ফলশ্ৰুতি হ'ব নোৱাৰে। আধ্যাত্মিক সাধনা নাইবা যোগ সাধনৰ যোগেদি মানুহৰ চেতনাক অতি-মানসিক চেতনাৰ স্তৰলৈ উন্নীত কৰি পুনৰ সেই চেতনাৰ স্পৰ্শেৰে ভৌতিক জগতৰ ৰূপান্তৰ সাধন কৰাটোৱেই আছিল শ্ৰীঅৰবিন্দৰ দৰ্শনৰ মূলকথা। তেখেতৰ ঈশ বা জ্ঞানী পুৰুষৰ ধাৰণা আৰু দিব্য-জীৱনৰ পৰিকল্পনাত এই দৰ্শনৰ মূল তত্ত্বটি নিহিত। শ্ৰীঅৰবিন্দৰ ধাৰণাৰ ঈশ পুৰুষ আৰু নীৎছেৰ পৰিকল্পিত 'অতি-মানৱ' একে নহয়, কিয়নো,

'অতি-মানৱে' জীৱনৰ স্তৰৰ ঊৰ্ধলৈ যাব নোৱাৰে। শ্ৰীঅৰবিন্দই এইদৰে মানৱ-জীৱনক অস্বীকাৰ নকৰি তাৰ ৰূপান্তৰ সাধনৰ ওপৰত গুৰুত্ব দিছিল। তেখেতৰ আদৰ্শবাদী দৰ্শনে ভূমিৰ লগত ভূমাৰ স্পৰ্শ ঘটাই, ভৌতিক আৰু আধ্যাত্মিক জীৱন, ব্যক্তি আৰু সমাজ, বস্তু আৰু চেতনা, দ্বৈত আৰু অদ্বৈতৰ মাজত এটি সংযোগ সাধন কৰিবলৈ বিচাৰিছিল। এইদৰে তেখেতে অকল ভাৰতৰে নহয়, সমস্ত মানৱ-সমাজৰে এটি আত্মিক বিপ্লৱৰ স্বপ্ন দেখিছিল। অৱশ্যে ভাৰতৰ আধ্যাত্মিক চিন্তাধাৰাৰ পৰম্পৰাৰ প্ৰতি লক্ষ্য ৰাখিয়েই তেখেতে বিশ্বাস কৰিছিল যে ভাৰতে এই আত্মিক বিপ্লৱৰ ক্ষেত্ৰত সমগ্ৰ বিশ্বতে নেতৃত্ব দিবলৈ সক্ষম হ'ব।

শ্ৰীঅৰবিন্দৰ সাহিত্য-সৃষ্টিৰ মাজতো এই একে আধ্যাত্মিকতাবাদৰ প্ৰকাশ দেখা যায়। তেখেতৰ বিখ্যাত কাব্য "সাবিত্ৰী"ত সাবিত্ৰীৰ পিতৃ অশ্বপতিৰ তপস্যাৰ যোগেদি তেখেতে মানৱাত্মাৰ পৰম চেতনাৰ স্তৰলৈ গতি কৰাৰ সাধনাৰ আভাস দিছে। শ্ৰীঅৰবিন্দৰ দিব্য-জীৱন আৰু অতি-মনৰ সমস্ত সাধনাই এই কাব্যত প্ৰকাশ লাভ কৰিছে। দিব্য-জীৱনক আৱাহন জনাই তেখেতে ইয়াত লিখিছে—

অভ্যুত্থান।
মানৱ-মনত, জ্যোতিধাৰাৰ স্নানত
দিব্যভাৱ
সুপ্ত অৰ্ধবিকশিত
হ'ব হ'ব প্ৰস্ফুটিত।
হ'ব মুক্ত হৃদয়ৰ গুহাৰ কপাট;
পদধ্বনি জাগে দিব্য-জীৱনৰ।

শ্ৰীঅৰবিন্দই পাশ্চাত্যৰ ভাষা আৰু সংস্কৃতিৰ লগত ঘনিষ্ঠ পৰিচয় লাভ কৰিছিল। ভাৰতৰ আন আন বহুতো নেতাৰ দৰে, তেখেতৰো বিপ্লৱী চিন্তাধাৰাৰ উন্মেষ ঘটাইছিল ইংৰাজী শিক্ষাৰ যোগেদি। কিন্তু পৰৱৰ্তী কালত ভাৰতীয় ভাষা-সংস্কৃতিৰ চৰ্চা কৰি তেখেতে ভাৰতীয় পৰম্পৰাৰ লগত পাশ্চাত্যৰ পৰম্পৰাৰ এটা তুলনামূলক অধ্যয়ন কৰাৰ সুযোগ লাভ কৰিছিল। অৱশ্যে তেখেতৰ জীৱন-দৰ্শনৰ আধ্যাত্মিক

লক্ষ্যৰ মূলতে ভাৰতীয় পৰম্পৰাই প্ৰাধান্য লাভ কৰিছিল। পাশ্চাত্যৰ মানৱতাবাদ আৰু ভাৰতৰ আধ্যাত্মিক মুক্তিৰ সাধনাৰ মাজত তেখেতে যেন এটি সমন্বয় সাধনৰ বাবে আজীৱন চেষ্টা কৰি গৈছে।

ইংৰাজীত এষাৰ কথা আছে—"Those who build on ideas, build forever." শ্ৰীঅৰবিন্দৰ জীৱন-সাধনাৰ ফলশ্ৰুতিও সম্ভৱতঃ আমি এই ভাব-জগতৰ পৰিবৰ্তনৰ মাজত দেখা পাম।

যোৱা বছৰত উদ্‌যাপিত শ্ৰীঅৰবিন্দৰ জন্মশতবাৰ্ষিকী উপলক্ষে অসম প্ৰকাশন পৰিষদৰ পক্ষৰপৰা উলিয়াবলৈ লোৱা কেইখনমান গ্ৰন্থৰ এইখনেই প্ৰথম।

খ্যাতনামা সাহিত্যিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই শ্ৰীঅৰবিন্দৰ জীৱনী-খন লিখি আমাক উপকৃত কৰা বাবে তেখেত আমাৰ শ্ৰদ্ধাভাজন হৈছে।

এই গ্ৰন্থখনিৰ দ্বাৰা শ্ৰীঅৰবিন্দৰ জীৱন, দৰ্শন আৰু কৰ্ম-প্ৰচেষ্টাৰ বিষয়ে আমাৰ পাঠকসমাজ অৱহিত আৰু অনুপ্ৰেৰিত হ'লে আমাৰ শ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী চন্দ্ৰপ্ৰসাদ শইকীয়া
২০ নৱেম্বৰ, ১৯৭৩

# এক

শ্ৰীঅৰবিন্দ আধুনিক ভাৰতৰ এজন বিশিষ্ট আদৰ্শবাদী দাৰ্শনিক। তেখেতৰ 'দিব্য জীৱন' গ্ৰন্থ পঢ়িলে নতুন দাৰ্শনিক মতবাদৰ থূলমূল জ্ঞান লাভ কৰা যায়। এই দৰ্শনৰ মূল সূত্ৰ হ'ল—সাধনাৰ সহায়েৰে মানৱ-মনক উন্নততৰ মনলৈ ৰূপান্তৰিত কৰি ঈশ ব্যক্তিৰ সৃষ্টি কৰা। এনে ব্যক্তিৰ উন্নততৰ চেতনাত ব্যক্তি, সমাজ, বিশ্বব্ৰহ্মাণ্ড সত্যজ্ঞানৰ দ্বাৰা একীভূত আৰু অভেদ হৈ দেখা দিয়ে। এনে ধৰণৰ ঈশ ব্যক্তি বা ঈশ ব্যক্তিসমূহৰ উন্নততৰ জীৱনৰ সৈতে সাধাৰণ মনৰ মানৱসমাজৰ মাজত একত্ব স্থাপন কৰি সকলো মানুহকে দিব্য জীৱনৰ স্তৰলৈ নিয়াই এই দৰ্শনৰ উদ্দেশ্য। তেওঁৰ মতে সংগঠিত ধৰ্ম, ব্যক্তিবাদ, সমূহবাদী দৰ্শন, বিজ্ঞান, অৰ্থনৈতিক উন্নয়নৰ দৰ্শন, মনসৰ্বস্ব দৰ্শন আৰু ভৌতিকবাদ, সকলোবোৰেই মানৱসমাজ আৰু ব্যক্তিৰ পূৰ্ণ বিকাশৰ বাবে অসম্পূৰ্ণ আধাৰ। তেওঁৰ মতে আচল আধাৰ হ'ব লাগে আধ্যাত্মিক। কিন্তু মন আৰু বস্তুৰ ভিতৰত বিভেদ কৰাৰ তেওঁ পক্ষপাতী নহয়।

তেওঁৰ জীৱন বাহিৰত সিমান প্ৰকাশ পোৱা নাছিল।[১] তেওঁৰ মতে নীৰব সাধনাৰ মাজতহে ই ব্যক্ত হৈছিল। তথাপি তেওঁৰ এটা জীৱনী নোহোৱা নহয়। ১৮৭২ চনৰ ১৫ আগষ্টৰ দিনা শেহনিশা ৪-৩০ বজাত কলিকতা চহৰৰ শ্ৰীমনোমোহন ঘোষৰ ঘৰত তেওঁৰ জন্ম হয়। এওঁ আছিল নামজ্বলা বাৰিষ্টাৰ। অৰবিন্দৰ বৰ ককায়েকৰ নাম আছিল মনোমোহন আৰু সৰু

(১) "মোৰ জীৱনৰ বিষয়ে কোনেও একো নাজানে। ই বাহিৰত অব্যক্ত, সেইবাবে মানুহে দেখা নাপায়।"—শ্ৰীঅৰবিন্দ

ককায়েকৰ নাম বিনয়ভূষণ। তেওঁৰ দেউতাক ডাঃ কৃষ্ণধন ঘোষে মেডিকেল বিষয়াৰ চাকৰি কৰিছিল; মাক আছিল ঋষি ৰাজনাৰায়ণ বসুৰ বৰ জীয়ৰী স্বৰ্ণলতা দেৱী।

শ্ৰীঅৰবিন্দই ১৫ আগষ্ট তাৰিখটোৰ কিবা অতি-প্ৰাকৃতিক তাৎপৰ্য আছিল বুলি ভাবিছিল। তেওঁ লিখিছিল, "১৫ আগষ্ট কুমাৰী মেৰীৰ আৰোহণৰ দিন। ইয়াৰ অৰ্থ হ'ল কায়িক প্ৰকৃতি এৰি দিব্য প্ৰকৃতি ধাৰণ কৰা। কুমাৰী মেৰী প্ৰকৃতি। যীশু মানৱ-দেহত জন্ম লাভ কৰা দিব্য প্ৰকৃতি। তেওঁক ঈশ্বৰ-পুত্ৰ আৰু মানৱ-পুত্ৰ বোলা হয়।" ১৫ আগষ্ট ভাৰতৰ স্বাধীনতাৰ দিৱস। এই দিৱসত দিয়া এটা বাণীত তেওঁ লিখিছিল, "১৯৪৭ চনৰ ১৫ আগষ্ট মোৰো জন্ম দিৱস। এই দিৱসটোৱে এনে এটা বিশাল তাৎপৰ্য লাভ কৰা কাৰণে স্বাভাৱিকতে মই আনন্দ লাভ কৰিছোঁ। এই সংঘটনক মই আকস্মিক ঘটনা বুলি ধৰা নাই, বৰং ইয়াক মই দিব্য শক্তিৰ অনুগ্ৰহ আৰু স্বীকৃতিসূচক বুলিহে গ্ৰহণ কৰিছোঁ। মই যি কাম হাতত লৈ জীৱন আৰম্ভ কৰিছিলো, সেই কামত এই শক্তিয়েই মোক পৰিচালিত কৰি নিছিল। এতিয়া সেই কামৰ পূৰ্ণফল পোৱা নাই যদিও, আৰম্ভণি হৈছে। যথাৰ্থতে এই দিনত মোৰ জীৱন-কালত সম্পূৰ্ণ কৰিবলৈ চোৱা বিশ্বৰ আন্দোলনবোৰ নিৰীক্ষণ কৰিব পাৰিছোঁ। আৰম্ভণিতে এই আন্দোলনবোৰ অসাধ্য স্বপ্ন যেন বোধ হৈছিল। এইবিলাক আন্দোলন সম্পূৰ্ণভাৱে সফলকাম বা কৃতকাৰ্য কৰা তেতিয়া দুৰূহ যেন লাগিছিল। মোৰ প্ৰথম স্বপ্ন আছিল স্বাধীন আৰু ঐক্যবদ্ধ ভাৰত এখন গঢ়াৰ বাবে এটা বৈপ্লৱিক আন্দোলন গঢ়া। ভাৰত আজি স্বাধীন হ'ল, কিন্তু ই একতা লাভ কৰিব নোৱাৰিলে। কিন্তু এই দেশ বিভাজন থাকিব নোৱাৰে; যিকোনো উপায়েৰে অথবা যিকোনো পন্থাৰে আমি এই বিভাজন নাইকিয়া কৰিব লাগিব। সন্দেহ নাই যে এই একতা সাধন হ'বই। এদিন এই

স্বপ্নও সাফল্যমণ্ডিত হ'ব, কাৰণ ভাৰতৰ ভবিষ্যত মহত্ত্ব লাভৰ বাবে ই আৱশ্যকীয়।"

অকল সেয়ে নহয়, এই বিবৃতিত তেওঁ এছিয়া আৰু বিশ্বৰ ঐক্যৰ কথাও উল্লেখ কৰিছে। তেওঁ কৈছিল, "মোৰ আন এটি স্বপ্ন হ'ল এছিয়াৰ জনসাধাৰণৰ নৱজাগৰণ আৰু মুক্তি। এছিয়াই মানৱ সভ্যতাৰ প্ৰগতি ৰচনাত পুনৰায় মহৎ ভূমিকা গ্ৰহণ কৰিব লাগিব। এছিয়া জাগ্ৰত হৈছেই। ইয়াৰ বহুতো দেশ আজি মুক্ত। কিছুমান দেশ ইতিমধ্যে মুক্তিৰ পথত। এই মহাদেশৰ আন আন পৰাধীন বা আধা-পৰাধীন অঞ্চলবোৰো বিভিন্ন প্ৰকাৰৰ আন্দোলনৰ যোগেদি মুক্তিৰ অভিমুখে ধাবমান।

"মোৰ তৃতীয় স্বপ্ন হ'ল বিশ্বৰ মিলন। সম্মিলিত বিশ্ব গঠিত হ'লে ই মানৱ-সমাজৰ সুন্দৰতৰ, উজ্জ্বলতৰ আৰু মহত্তৰ জীৱনৰ বাহ্যিক আধাৰ গঠন কৰিব পাৰিব।

"মানৱ-জাতি তেতিয়া একত্ববোধৰ নতুন ভাৱেৰে উদ্বোধিত হ'ব।

"মোৰ আন এটি স্বপ্ন আছিল, এদিন ভাৰতে বিশ্বক নিজৰ আধ্যাত্মিক মহত্ত্ব দান কৰিব। ইয়াৰো আৰম্ভণি হৈছে। ইউৰোপ আৰু আমেৰিকাত আজি ভাৰতীয় আধ্যাত্মিকতাৰ প্ৰসাৰ ক্ৰম-বৰ্দ্ধমান গতিত বাঢ়ি গৈছে।

"মোৰ শেষ স্বপ্ন হ'ল ক্ৰমবিকাশৰ আৰু এটি পদক্ষেপ। এই ক্ৰমবিকাশৰ ফলত মানুহ উচ্চতৰ আৰু বৃহত্তৰ চেতনাৰ জগতলৈ উত্তোলিত হ'ব। লগে লগে প্ৰথম চিন্তা কৰিবলৈ শিকা দিন ধৰি যিবিলাক সমস্যাই মানুহক বিবুদ্ধিত আৰু বিমোৰত পেলাই আহিছে, সেইবিলাক সমস্যাৰো সমাধানৰ শুভাৰম্ভ ঘটিব। ব্যক্তিৰ পূৰ্ণবিকাশ আৰু নিখুঁত সমাজৰ লক্ষ্য পূৰণৰ অপূৰণ স্বপ্নও ৰূপায়িত কৰাৰ সূচনা হ'ব।"

শ্ৰীঅৰবিন্দই যেতিয়া এই বিবৃতি দিয়ে তেতিয়া তেওঁৰ ৭৫ বছৰ বয়স; তেওঁৰ যোগ সাধনাৰ প্ৰায় ৪২ বছৰ কাল উকলি গৈছে।

কিন্তু তথাপিও তেওঁ আদি কালৰ মুক্তি আন্দোলনবোৰৰ লক্ষ্য পাহৰা নাছিল। বৰং আধ্যাত্মিক উপায়েৰে সেইবিলাক সফলকাম কৰিবলৈ সহজে চেষ্টা কৰিছিল। উক্ত বিবৃতিত আমি তেওঁৰ নতুন দৰ্শনবো লক্ষ্যৰ কথা বঢ়িয়াকৈ ধৰিব পাৰো। তেওঁৰ দৰ্শনৰ মূল লক্ষ্য আছিল বিভিন্ন মুক্তি আন্দোলনবোৰক অনিবাৰ্য আধ্যাত্মিক উপায়েৰে সফলকাম কৰি তোলা।

তেওঁৰ জীৱনৰ আদি কাললৈ এতিয়া ভূমুকি মৰা যাওক। চিপাহী বিদ্ৰোহৰ পিচত বৃটিছসকলে যি প্ৰশাসন প্ৰৱৰ্তন কৰিছিল, সি তেতিয়া আই-চি-এছ অফিচাৰৰ শাসনত। এই অফিচাৰসকল নগৰবিলাকত আছিল আৰু অফিচ, ঘৰ বা ক্লাবৰ মাজতে সাধাৰণতে জীৱন কটাইছিল। চিপাহী বিদ্ৰোহৰ পিচত চাহাবসকলৰ মনত এই আত্মসঙ্কোচনৰ ভাৱ প্ৰৱল হৈছিল। মাইকেল এডোৱাৰ্ডচৰ মতে বৃটিছ-শাসন আৰু এই শাসনৰ উদ্দেশ্য সম্পৰ্কীয় যিবোৰ ধাৰণা এই সময়ত প্ৰচলিত আছিল, সেইবোৰ ধাৰণা জেমছ্ মিল আৰু জেৰেমি বেন্থমৰ 'ইউটিলিটেৰিয়ান' দৰ্শনৰপৰা উদ্ভূত। লৰ্ড মেকলে এই ধাৰণাসমূহৰ প্ৰবক্তা। মেকলেই ইংৰাজী ভাষাৰ যোগেদি আধুনিক শিক্ষা দিয়াৰ ব্ৰত গ্ৰহণ কৰে আৰু ভাৰতত‌কৈ সকলো ক্ষেত্ৰতে ইংলণ্ডৰ ভাষা, সাহিত্য, বিজ্ঞান শ্ৰেষ্ঠ বুলি ঘোষণা কৰে। তেওঁ এনে এদল মানুহ উলিয়াব খুজিছিল, যিদল দেহত কেৱল ভাৰতীয়, কিন্তু মনত, বুদ্ধিত, নীতিত আৰু মতামতত ইংৰাজ হ'ব। এই দলৰ ওপৰতে তেওঁ ভাৰতীয় 'দোৱান'সমূহ সুসংস্কৃত কৰা আৰু বিৰাট জনতাক সেইবিলাকৰ যোগেদি নতুন জ্ঞান বিতৰণ কৰাৰ ভাৰ পৰিব বুলি কৈছিল। তেওঁৰ মতে ভাৰতৰ জ্ঞান অবাস্তৱ, তেওঁলোকৰ বুৰঞ্জী, মেটাফিজিক্স, পদাৰ্থতত্ত্ব, ধৰ্মতত্ত্ব, সকলোবোৰেই অবাস্তৱ। কিছুমান মানুহে আকৌ খৃষ্টধৰ্মৰ শ্ৰেষ্ঠত্ব আৰু উপকাৰিতাৰ কথা প্ৰচাৰ কৰি ক'লে যে এই শ্ৰেষ্ঠ ধৰ্মৰ প্ৰভাৱ ভাৰতৰ দৰে এখন দেশত

বিস্তাৰ কৰাৰ প্ৰয়োজন আজি সৰ্বাধিক (উইলবাৰ ফৰ্চ: ১৮১৩ চন)।

ভাৰতবৰ্ষত বৃটিছ শাসন প্ৰতিষ্ঠাৰ মূল দৰ্শন আছিল ওপৰৱালাৰ অহংবাদী দৰ্শন। ফিটজ জেমছ্ ষ্টিফেনে ১৮৮৩ চনত লিখিছিল, "ভাৰতবৰ্ষত বৃটিছসকল থকাৰ একমাত্ৰ যুক্তি হৈছে, বিজেতা জাতিৰ সৰ্বশ্ৰেষ্ঠতা।" ষ্টিফেনক ভাৰতীয় চিভিল চাৰ্ভিছৰ বা আই-চি-এছ বিষয়াসকলৰ দাৰ্শনিক বুলি কোৱা হয়। এওঁৰ মতকে সাৰোগত কৰি এই বিষয়াসকলে 'দিব্য শান্তিৰ বাহক' বুলি ভাবিবলৈ লৈছিল। ষ্টিফেনে বৃটেইনৰ এই উদ্দেশ্যক যীশুখৃষ্টৰ জন্মৰ সময়ত ঘোষণা কৰা বিশ্বশান্তিৰ উদ্দেশ্যৰ লগত ৰিজাইছিল। কাজেই ব্ৰিটিছ উদাৰ-নৈতিকতাবাদ আই-চি-এছ বিষয়াসকলৰ হাতত পৰি নীৰস আৰু সংকীৰ্ণ কৰ্তৃত্বশীলতাৰ দৰ্শন হৈ পৰিছিল। কিপলিঙৰ মতে এই মহাভাৰ হ'ল "বগা মানুহৰ (পিঠিৰ) বোজা।"

অৰবিন্দৰ পিতৃ ইংৰাজী শিক্ষা আৰু সংস্কৃতিৰ ডাঙৰ ভক্ত আছিল। তেওঁ নিজে এবাৰডিন বিশ্ববিদ্যালয়ত ডাক্তৰী শিক্ষা লৈ আহি ভাৰতত চাকৰি কৰিছিলহি। কিন্তু তেওঁ চাল-চলন, পোছাক, আদৰ্শ, অভ্যাস, সকলোতে ইংৰাজ হৈ পৰিছিল আৰু পুতেকহঁতক ইংলণ্ডত শিক্ষা দিবলৈ ঠিক কৰিছিল। অৰবিন্দক সৰুৰেপৰা ইংৰাজী আৰু হিন্দুস্থানী শিকোৱা হৈছিল। মাতৃভাষা বঙলাৰ লগত তেওঁৰ পৰিচয় ঘটা নাছিল। যেতিয়া তেওঁ ইংলণ্ডত শিক্ষা সাং কৰি ১৮৯৩ চনত দেশলৈ উভতি আহে, তেতিয়াহে তেওঁ নকৈ বঙলা আৰু অন্যান্য ভাৰতীয় ভাষা শিকিছিল।

১৮৭৭ চনত বাপেকে অৰবিন্দক তেওঁৰ ককায়েক দুজনৰ সৈতে দাৰ্জিলিঙৰ ল'ৰেট কনভেণ্টলৈ পঠিয়ায়। সেই সময়ত কনভেণ্টটো পৰিচালনা কৰিছিল আইৰিছ-কেথলিক ভিক্ষুণীসকলে। অৰবিন্দৰ বয়স তেতিয়া পাঁচ বছৰ। উক্ত কনভেণ্টত তেওঁ কি শিক্ষা পাইছিল তাক ভালদৰে জনা নাযায়। সেই হিমালয়পুৰৰ বিষয়ে অৰবিন্দয়ো

বিশেষ কথা কৈ যোৱা নাই। কিন্তু এটা সপোনৰ কথা তেওঁ উল্লেখ কৰিছে। তেওঁ লিখিছে, "এদিন মই শুই আছোঁ, এনেতে বিৰাট অন্ধকাৰ আহি মোৰ কাষ পাই মোৰ চৌকাষ আৰু সমগ্ৰ পৃথিবীক ছাটি ধৰা দেখিলো। ইয়াৰ পাছৰেপৰা 'মহা তমসে' মোক আবৰি ৰাখিবলৈ ধৰিলে আৰু ইংলণ্ডত থকা কালছোৱাত এই আৱৰণে মোক ঘেৰি আছিল। মোৰ বিশ্বাস, মোৰ মাজলৈ অহা 'তমস'ৰ লগত সপোনৰ অন্ধকাৰৰ যোগসূত্ৰ আছে। মই যেতিয়া ভাৰতলৈ আহিলো তেতিয়াহে সেই 'তমসে' মোক এৰা দিলে।"

এই স্বপ্নৰ কোনো যুক্তিসঙ্গত ব্যাখ্যা দিয়া সম্ভৱপৰ নহয়। সম্ভৱতঃ তেওঁৰ সমগ্ৰ শিক্ষাকালতে তেওঁৰ অজ্ঞান মনত কিবা এটা ছাঁ বিৰাজ কৰিছিল। ই প্ৰতিহত সামাজিক চেতনানেকি? নে দেশৰ সংস্কৃতিৰ লগত ঘটা বিচ্ছেদৰ বেদনা?

# দুই

ডাঃ কৃষ্ণধন ঘোষ যিমান ইংৰাজ-সংস্কৃতিৰ ভক্ত আছিল, শহুৰেক ৰাজনাৰায়ণ বসু সিমান ভাৰতীয় সংস্কৃতিৰ অনুৰক্ত আছিল। ৰাজনাৰায়ণ বসুৱে বিলাতী পোছাক আৰু চাল-চলন পচন্দ নকৰিছিল; ইয়াৰ উপৰিও তেওঁ দেশীয় পোছাক, খেলা-ধূলা, ব্যায়াম, আৰু চিকিৎসা-পদ্ধতি এইবোৰ প্ৰচলন কৰিবলৈ দেহে-কেহে খাটিছিল। তেওঁ দেশক মাতৃৰূপে কল্পনা কৰিছিল আৰু ইয়াৰ অতীত মহত্ত্বত যিদৰে বিশ্বাস কৰিছিল, ঠিক সেইদৰে তাৰ মহৎ ভবিষ্যতজো আস্থা ৰাখিছিল। অকল সেয়ে নহয়, ভাৰতবৰ্ষৰ মুক্তিৰ বাবে তেওঁ এখন গোপন সংঘ গঠন কৰিছিল। এই গোপন সংঘত ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু তেওঁৰ ককায়েক জ্যোতিৰীন্দ্ৰনাথ ঠাকুৰো আছিল। এই সংঘৰ সদস্যসকলে হেনো হিংস শক্তিৰে দেশৰ শত্ৰুবোৰক ধ্বংস কৰিম বুলি শপতো খাব লাগিছিল। জোঁৱায়েকৰ এইবোৰ কাম মুঠেই ভাল লগা নাছিল। এক কথাত ক'বলৈ হ'লে তেওঁ যেন মেকলেৰ স্বপ্ন-শিশু। মেকলেই যিদল উচ্চশিক্ষিত ইংৰাজ-প্ৰেমী ভাৰতীয় গঢ়িব খুজিছিল, সেইদলৰ ভিতৰত কৃষ্ণধন ঘোষক সহজেই পেলাব পাৰি।

এনে বাপেকে পুতেকক আই-চি-এছ কৰাৰ সপোন নেদেখি থাকিব পাৰেনে? বাংলাদেশৰ ৰংপুৰত কৃষ্ণধন ঘোষে বাস কৰিছিল; তাতে তাৰ জিলাধিপতি মিঃ গ্ৰেজিয়াৰৰ লগত তেওঁৰ অন্তৰঙ্গ বন্ধুত্ব স্থাপন হয়। নিজৰ ল'ৰাকেইটাক বিলাতলৈ পঠিওৱাৰ সময়ত স্বাভাৱিকতে বন্ধুৰ লগত পৰামৰ্শ কৰিছিল। মাঞ্চেষ্টৰত মিঃ গ্ৰেজিয়াৰৰ এজন ভতিজাক আছিল; নাম ৰেভাঃ উইলিয়ম এইচ, ড ৱেট। তেওঁ পাদুৰী আছিল। সেই সময়ত

তেওঁ অক্টাগণেল গীৰ্জাৰ মিনিষ্টাৰ। চহৰৰ ষ্টকপুৰ ৰ'ডত এই গীৰ্জা অৱস্থিত। তাৰে ওচৰত শ্বেক্সপীয়েৰ ৰ'ড, তাৰে ৮৪ নং ঘৰত তেওঁ বাস কৰিছিল।

১৮৭৯ চনত কৃষ্ণধন ঘোষে পুতেকহঁতক লৈ মাঞ্চেষ্টৰ পায়গৈ। তাত তেওঁলোকক ড্ৰুৱেটৰ ঘৰত থাকিবলৈ দিয়া হ'ল। ডাঙৰ ল'ৰা বিনয় আৰু মনোমোহনক তেওঁ মাঞ্চেষ্টৰ গ্ৰামাৰ স্কুলত নাম লগাই দিয়ে। কিন্তু অৰবিন্দৰ বয়স বৰ কম হোৱাত তেওঁক ঘৰতে পঢ়োৱাৰ দিহা কৰা হয়। মিঃ ড্ৰুৱেট লেটিন ভাষাত সুপণ্ডিত আছিল। তেওঁৰ তত্ত্বাৱধানতে অৰবিন্দই ইংৰাজী আৰু লেটিন ভাষা নিয়াৰিকৈ শিকে। মিছেছ ড্ৰুৱেটে অৰবিন্দক বুৰঞ্জী, ভূগোল, অঙ্ক আৰু ফৰাচী ভাষাৰ শিক্ষা দিছিল।

অৰবিন্দৰ হাতত অফুৰন্ত সময় আছিল। বাপেক আছিল একাচেকা লোক। তেওঁ ল'ৰাহঁতক কোনো ভাৰতীয়ৰ লগতে চা-চিনাকি হ'বৰ সুযোগ নিদিবলৈ ড্ৰুৱেট পৰিয়ালক সতৰ্ক কৰি দিছিল। সেই আদেশ ড্ৰুৱেটহঁতে আখৰে আখৰে পালন কৰিছিল। ইফালে অৰবিন্দ স্কুললৈ যোৱা নাছিল। ঘৰতে বহি বহি তেওঁ ড্ৰুৱেটৰ পুথিভঁৰালত যিমান কিতাপ পালে, সকলোবোৰ এফালৰ-পৰা পঢ়ি নিবলৈ ধৰিলে। শ্বেলী, শ্বেক্সপীয়েৰ, কীট্‌চৰ সাহিত্য আৰু বাইবেল আদি মহৎ গ্ৰন্থৰ তেওঁ ৰস পান কৰিবলৈ লাগিল। লগে লগে কবিতা লিখিবলৈ ল'লে। সেই সৰু বয়সত লিখা কেইটামান কবিতা 'ফক্স ফেমেলি' বুলিবৰ এখন আলোচনীত প্ৰকাশ হৈছিল।

মিঃ ড্ৰুৱেটৰ ঘৰত অৰবিন্দ প্ৰায় পাঁচ বছৰ থাকে। এই পাঁচ বছৰ তেওঁ খৃষ্টীয় পৰিবেশত বাস কৰে। এই কাৰণে কিছুমানে অৰবিন্দই খৃষ্টধৰ্ম ল'লে বুলি জনৰৱ উলিয়াইছিল। কিন্তু তেওঁৰ নিজ মুখৰপৰাই জানিব পাৰি যে কথাষাৰ মিছা। মিঃ ড্ৰুৱেটৰ মাক আছিল গোড়া খৃষ্টান। এদিন তেওঁ অৰবিন্দক

কাম্বাৰলেণ্ডৰ 'নন্-কন্‌ফৰমিষ্ট মিনিষ্টাৰ'সকলৰ এখন সম্মিলনলৈ লৈ গ'ল। যথা সময়ত সভাত প্ৰাৰ্থনা হ'ল আৰু মানুহবোৰ দিহাদিহি যাবলৈ ধৰিলে। কিন্তু বছা বছা কেইজনমান ভকত নগ'ল, তাতে থাকিল। এনে সময়তে সাধাৰণতে ন লোকক খৃষ্টান ধৰ্মত দীক্ষিত কৰা হয়। অৰবিন্দই এই অভিজ্ঞতা বৰ্ণাই লিখিছে—"মই বৰ বিৰক্ত হৈছিলো। এজন মিনিষ্টাৰ মোৰ ওচৰলৈ আহি কেইটামান প্ৰশ্ন কৰিলে, মই সেইবোৰ প্ৰশ্নৰ একো উত্তৰ নিদিলো। ইয়াৰ পিচত তেওঁলোকে বৰ বৰকৈ ক'বলৈ ধৰিলে, 'এওঁৰ পৰিত্ৰাণ হ'ল, এওঁৰ পৰিত্ৰাণ হ'ল।' এই বুলি কৈ তেওঁলোকে মোৰ হৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰি তেওঁক (প্ৰথা অনুসৰি) ধন্যবাদ জনালে। মই এইবোৰ কামৰ ততকে ধৰিব পৰা নাছিলো। অলপ পিচতে মিনিষ্টাৰজনে মোৰ ওচৰলৈ আহি মোক প্ৰাৰ্থনা কৰিবলৈ ক'লে। প্ৰাৰ্থনা কৰাৰ অভ্যাস মোৰ নাছিল। যি কি নহওক, ল'ৰা-ছোৱালীয়ে শুবলৈ যোৱাৰ আগতে যেনেদৰে প্ৰাৰ্থনা কৰে, ভদ্ৰতা ৰক্ষাৰ বাবে তেনেকৈ কোনোমতেহে মন্ত্ৰোচ্চাৰণ কৰিলো। এনে ঘটনা জীৱনত এইটোৱেই ঘটিছিল। মই নিয়মিতভাৱে গীৰ্জালৈ নগৈছিলো। মোৰ বয়স তেতিয়া দহ বছৰমান আছিল।"

অৰবিন্দ মিঃ ড্ৰুৱেটৰ ঘৰত থকা কালতে তেওঁৰ ভায়েক বাৰীন ঘোষৰ ইংলণ্ডৰ ক্ৰয়ডন চহৰত জন্ম হয়। জন্মৰ দিন হ'ল ১৮৮০ চনৰ ৫ জানুৱাৰী। বাৰীন ঘোষ পিচৰ কাললৈ স্বাধীনতা আন্দোলনৰ এজন বৈপ্লৱিক নেতা হিচাপে অৰবিন্দৰ ঘনিষ্ঠ সহচৰ হৈ পৰে।

অৰবিন্দই তেতিয়া বঙলা, সংস্কৃত বা আন কোনো ভাৰতীয় ভাষা নাজানিছিল। ভাৰতীয় সংস্কৃতি আৰু সাহিত্যৰ লগতো তেওঁৰ পৰিচয় ঘটা নাছিল। তেওঁ নিজৰ দেশৰ প্ৰতি বিৰহ অনুভৱ কৰিছিল নে নাই তাক আমি ক'ব নোৱাৰো। বাপেকে তেওঁক সম্পূৰ্ণৰূপে চাহাবকৈ গঢ়িব খুজিছিল। আনকি তেওঁ

অৰবিন্দৰ নামতো এটি ইংৰাজী সুমুৰাই দিছিল। ১৮৭২ চনৰ ডিচেম্বৰ মাহত অৰবিন্দৰ জন্ম হয়। নামকৰণৰ সময়ত মিছ এনেট একৃৰয়ড নামৰ এগৰাকী ইংৰাজ মহিলা কলিকতাত বাৰিষ্টাৰ ঘোষৰ ঘৰত উপস্থিত আছিল। বাপেকৰ মন গ'ল অৰবিন্দক এটা ইংৰাজী উপাধি দিবৰ। ফলত অৰবিন্দৰ নাম হ'ল অৰবিন্দ একৃৰয়ড ঘোষ। কিন্তু ইংলণ্ডত থকা কালছোৱাতে তেওঁ এই একৃৰয়ড উপাধি ত্যাগ কৰিছিল।

১৮৮৪ চনৰ চেপ্তেম্বৰ মাহত অৰবিন্দ আৰু তেওঁৰ ককায়েক মনোমোহনক লণ্ডনৰ চেণ্ট পলছ্ স্কুলত ভৰ্তি কৰোৱা হয়। হেড-মাষ্টাৰ আছিল ডঃ ৱাকাৰ। অৰবিন্দৰ লেটিনৰ জ্ঞান দেখি তেওঁ খুব সন্তোষ প্ৰকাশ কৰিলে আৰু নিজে তেওঁক গ্ৰীক ভাষা শিকাবলৈ ল'লে। চেণ্ট পলছ্ স্কুলত তেওঁ পাঁচ বছৰ আছিল। এই পাঁচ বছৰত অৰবিন্দই ক্লাছিক গ্ৰন্থবোৰ অধ্যয়ন কৰে আৰু দুটা বঁটাও পায়। সাহিত্যত তেওঁ দ্বিতীয় হৈ বাটাৰৱৰ্থ বঁটা আৰু বুৰঞ্জীত বেডফৰ্ড বঁটা লাভ কৰে। হেডমাষ্টৰেও ছাত্ৰৰ পঢ়া-শুনা দেখি আনন্দ পাইছিল আৰু তেওঁক 'ডবল প্ৰমোশ্যন' দিছিল। অৰবিন্দই স্কুলৰ সাহিত্য সমাজ আৰু তৰ্ক-সভাতো আগভাগ লৈছিল। ১৮৮৯ চনৰ ৫ নবেম্বৰ তাৰিখে তৰ্ক-সভাত 'জনাথন চুইফটৰ ৰাজনৈতিক মত' সম্পৰ্কে আৰু তাৰ দুসপ্তাহৰ পিচত 'মিল্টন' সম্পৰ্কে আলোচনা হৈছিল। দুয়োখন আলোচনা সভাতে তেওঁ তৰ্কত সফলতা লাভ কৰিছিল।

চেণ্ট পলছ্ বিদ্যালয়ত থকা শেহৰ তিনিবছৰ তেওঁ পাঠত বিশেষ মনোযোগ দিয়া নাছিল, কিয়নো, সেইবোৰ পাঠৰ জ্ঞান তেওঁ সহজতে আহৰণ কৰিছিল। গতিকে তেওঁ বাহিৰা গ্ৰন্থ পঢ়িবলৈ লৈছিল। ইংৰাজী কবিতা, উপন্যাস আৰু আন আন গ্ৰন্থত তেওঁৰ বিশেষ ৰাপ বহিছিল। ইয়াৰ উপৰিও ফৰাচী সাহিত্য, ইউৰোপৰ আদি, মধ্য আৰু আধুনিক যুগৰ ইতিহাস, ইটালীয়, জাৰ্মান আৰু

স্পেনিচ ভাষাৰ জ্ঞান তেওঁ হেলাৰঙে আহৰণ কৰিছিল। আজৰি সময়ত তেওঁ ইংৰাজীত কবিতাও লিখিছিল। তাৰে এটা কবিতাৰ নাম আছিল 'হেকুবা'। কবিতাটোৱে হেনো লৰেন্স বিনিয়নৰ প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

চেণ্ট পলছ্‌ত পঢ়া কালত অৰবিন্দ আৰু তেওঁৰ দুজনা ককায়েক মিঃ ড্ৰুৱেটৰ মাকৰ লগত আছিল। কিন্তু এদিন বুঢ়ীৰ লগত মনোমোহনৰ ধৰ্ম লৈ তৰ্কাতৰ্কি আৰম্ভ হ'ল। ফলত ধৰ্মভীৰু মিছেছ ড্ৰুৱেট অসন্তুষ্ট হ'ল আৰু নিৰীশ্বৰবাদী লোকৰ লগত থাকিলে ঘৰ ধ্বংস হ'ব পাৰে বুলি আশঙ্কা কৰি তেওঁলোকৰ লগত থাকিবলৈ সন্মত নহ'ল। কিছুদিনৰ পিচত অৰবিন্দ আৰু বিনয়ভূষণ গৈ ছাউথ্ কেনসিংটং লিবাৰেল ক্লাবৰ এটা কোঠালিত থাকিবলৈ ল'লে। এই সময়ত বাপেকৰ বন্ধু আৰু বঙ্গদেশৰ ভূতপূৰ্ব লেফঃ গৱৰ্ণৰ ছাৰ হেনৰী কটন ক্লাবৰ সচিব আছিল আৰু তেওঁৰ সৌজন্যতে তেওঁলোক ইয়াত থাকিবলৈ পায়। বিনয়ক তেওঁ তাত সহকাৰী হিচাপে নিযুক্ত কৰে। ক্লাবত কিছুদিন থকাৰ পিচত তেওঁলোক আলহী হিচাপে আনৰ ঘৰত থাকিবলৈ যায়। ইতিমধ্যে মনোমোহন এটা ঘৰত আলহী হৈ আছিলেই। অৰবিন্দ আৰু বিনয়ভূষণো তেনে এটা ঘৰলৈকে গ'ল। কেম্ব্ৰিজত পঢ়িবলৈ যোৱাৰ আগলৈকে তেওঁ এই ঘৰতে আছিল।

লণ্ডনত অৰবিন্দৰ স্কুলীয়া কালছোৱা মাজে মাজে বৰ দুখত অতিবাহিত হৈছিল। কেতিয়াবা কেতিয়াবা বাপেকে টকা পঠিয়াব নোৱাৰিছিল। প্ৰায় এবছৰ কাল অৰবিন্দই পুৱাবেলা চাহ-সহ দুই-এটুকুৰা মাখন সনা ৰুটি আৰু গধূলি বেলিকা এপেনি দামৰ 'ব্ৰেড-ৰল' খাই কটাব লগা হৈছিল। এনে দুখৰ দিনত কেউটি ককাই-ভায়ে ঘৰৰ গৰাকিনীৰ স্নেহ আৰু সহানুভূতি পোৱা বাবে দুখক দুখ যেন নেদেখিছিল। অৰবিন্দই লিখিছে, "আমাৰ ঘৰৰ গৰাকিনী গৰাকী সাক্ষাৎ দেৱী। তেওঁৰ আদি ঘৰ ছমাৰচেটত

আছিল। খুব সম্ভৱ বিধবা হোৱাৰ পিচত তেওঁ তাৰপৰা আহি লণ্ডনত বসতি কৰিবলৈ লয়হি। তেওঁ নিজে কষ্টত আছিল যদিও আনক বাকী নেসাধিছিল। কেতিয়াবা কেইবামাহৰো ভাৰা বাকী পৰি আছিল; কিন্তু আমি নিজে ধন নিদিয়ালৈকে তেওঁ একো নকৈছিল। তেওঁৰ যে কেনেকৈ চলিছিল তাক ভাবি মই আচৰিত হৈছিলো। আমি দুগৰাকী গৰাকিনীৰ লগত কাল কটাব লগা হৈছিল। ইগৰাকীও আমাৰ প্ৰতি সদয় আছিল। মই তেওঁক আই-চি-এছৰ বৃত্তিৰ ধনৰ কিছু অংশ দিছিলো।”

অৰবিন্দই ১৮৯০ চনৰ অক্টোবৰ মাহত কেম্ব্ৰিজৰ কিংচ্ কলেজত নাম লিখায়। তাত ক্লাছিক্‌ছৰ উচ্চ শিক্ষাৰ বাবে তেওঁ মাহিলী ৮০ পাউণ্ডকৈ বৃত্তি পাইছিল। তেওঁ প্ৰথম বছৰতে প্ৰথম বিভাগত প্ৰথমছোৱা ‘ক্লাছিকেল ট্ৰাইপোচ’ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু গ্ৰীক আৰু লেটিন পদ্যৰ বাবে দিয়া সকলো বঁটা লাভ কৰে। এই পৰীক্ষা পাছ কৰিলে যদিও বি. এ. ডিগ্ৰী দিয়া হয়, তথাপি কলেজৰ নিয়ম মতে তৃতীয় বছৰত এই পৰীক্ষাত উত্তীৰ্ণ হ’লেহে ডিগ্ৰী পায়; নহলে চতুৰ্থ বছৰত পুনৰ এই পৰীক্ষাত উত্তীৰ্ণ হ’ব লাগে। অৰবিন্দই যত্ন কৰা হ’লে তেতিয়াও ডিগ্ৰী লাভ কৰিব পাৰিলেহেঁতেন; কিন্তু তেওঁ সেই যত্ন নকৰিলে। কাৰণ, তেওঁ ভৱিষ্যতে একাডেমিক বা বিদ্যা-চৰ্চাৰ জীৱন গ্ৰহণ কৰিব বুলি ভবা নাছিল। ইয়াৰ উপৰিও তেওঁ কেম্ব্ৰিজত দুটা বছৰহে কটোৱাৰ কথা আছিল। তেওঁক বাপেকে আই-চি-এছ কৰাৰ কথাহে চিন্তা কৰিছিল।

বৃত্তি পৰীক্ষাত অ. বি. অৰ্থাৎ অস্কাৰ ব্ৰাউনিঙে অৰবিন্দৰ ক্লাছিকেল বিষয়ৰ কাকতবোৰ পৰীক্ষা কৰিছিল। এই কাকতবোৰত শ্বেক্সপীয়েৰ আৰু মিল্টনৰ কবিতাৰ তুলনামূলক অধ্যয়ন কৰা এখন ৰচনা আছিল। ব্ৰাউনিঙে ৰচনাখন বৰ ভাল পাইছিল। এদিন কিংচ্ কলেজৰ এজন ‘ডন’ৰ ( don ) কোঠালীত ব্ৰাউনিং আৰু

অৰবিন্দৰ ভেটা-ভেটি হ'ল। দুয়ো কফি খাই খাই নাচৰপৰা আৰম্ভ কৰি বৃত্তিলৈকে সংসাৰৰ সকলো কথা আলোচনা কৰিছে। মাজতে অ'বি-য়ে ক'লে, "তুমি পৰীক্ষাত বহুত নম্বৰ পাই উত্তীৰ্ণ হৈছা। বোধহয় গম পাইছা। মই যোৱা তেৰটা পৰীক্ষাৰ কাকত চাইছো; কিন্তু তোমাৰ কাকতৰ দৰে ভাল কাকত আগতে পোৱা মনত নপৰে। তোমাৰ ৰচনাখন বৰ ভাল হৈছে।"

তাৰ পিচত অ'-বিৰ কৌতূহল হ'ল আৰু সুধিলে, "তুমি থাকা ক'ত?" অৰবিন্দই থকা ঠাইৰ কথা কোৱাৰ লগে লগে তেওঁ উচাপ খাই উঠিল আৰু ক'লে, "কি ক'লা? সেই অন্ধকূপটোত?"

এটা পৰ্ব শেষ হ'ল। আন এক পৰ্ব আৰম্ভ হ'ল। অৰবিন্দই আই-চি-এছ পৰীক্ষা দিবৰ বাবে কঁকালত টঙালি বান্ধিলে আৰু ১৮৯০ চনত হেলাৰঙে মুকলি প্ৰতিযোগিতাত উত্তীৰ্ণ হ'ল। যথাসময়ত মধ্যকালীন দুটা পৰীক্ষাও হৈ গ'ল; স্বাস্থ্যৰ পৰীক্ষাতো তেওঁ সৰকিল। কিন্তু যেতিয়া ঘোঁৰাত উঠাৰ পৰীক্ষা আহিল, তেতিয়া তেওঁৰ মানসিক বিৰাগ হ'ল। আগৰেপৰা তেওঁ ঘোঁৰা-চালনাৰ শিক্ষা আওহেলা কৰি আহিছিল; গতিকে শেষ পৰীক্ষাত তেওঁ উত্তীৰ্ণ নহ'ল। আৰু এবাৰ সেই পৰীক্ষা দিবলৈ তেওঁ সুযোগ পাইছিল যদিও, ইতিমধ্যে মানসিক বিৰাগ বাঢ়ি যোৱাত তেওঁ সেই পৰীক্ষা দিবলৈকে নগ'ল। বৃটিছ চৰকাৰে আগতে কেইবাজনো ঘোঁৰাৰ পৰীক্ষাত বিফল হোৱা প্ৰাৰ্থীক বিনা সোধে আই-চি-এছৰ চাকৰি দিছিল; কিন্তু অৰবিন্দক সেই সুযোগ নিদিলে। শেষত চিভিল চাৰ্ভিছ কমিশ্যনে লিখিলে, "শ্ৰী এ, এ, ঘোষক আমি ঘোঁৰা-চালনাৰ পৰীক্ষাৰ বাবে কেইবাটাও সুযোগ দিছিলো; কিন্তু তেওঁ প্ৰত্যেক বাৰেই সময় মতে উপস্থিত থাকিব নোৱৰাত তেওঁক আই-চি-এছৰ বাবে উপযুক্ত বুলি ক'বলৈ আমি অসমৰ্থ।"

কিন্তু আচল কাৰণ ক'ববাত যেন লাগে। সেই সময়ত ভাৰত-

সচিব আছিল লৰ্ড কিম্বাৰ্লি। তেওঁ বোধহয় অৰবিন্দৰ ৰাজনৈতিক মতামতৰ কথা গম পাইছিল। সেইবাবে তেওঁ নিজৰ ব্যক্তিগত ফাইলত অৰবিন্দৰ কথা এইদৰে লিখিছিল, "মিঃ ঘোষক আই-চি-এছ কৰিলে ভাল হ'ব নে নহয়, এই বিষয়ে মোৰ ঘোৰ সন্দেহ আছে।"

অৰবিন্দয়ো মনে মনে ভালকে পাইছিল। পৰিয়ালে তেওঁৰ আই-চি-এছ হোৱাটোকে বাঞ্ছা কৰিছিল ; কিন্তু ইতিমধ্যে তেওঁ চৰকাৰী চাকৰিতকৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতিহে অধিক আকৃষ্ট হৈছিল।

প্ৰায় এঘাৰ বছৰ বয়সৰেপৰা মনত ভাব হৈছিল যে বিশ্ব-বিপ্লৱ আৰু ক্ৰান্তিৰ যুগ সমাগত। এই ক্ৰান্তি আৰু বিপ্লৱত তেওঁ আগ ভাগ ল'ব লাগিব। এই ভাব থাকি থাকি তেওঁৰ মনত উদয় হৈছিল। অস্পষ্টভাৱে হ'লেও তেওঁৰ মনত ভাৰতৰ মুক্তিৰ স্বপ্নই ঠাই পাইছিল। কিন্তু পোন্ধৰ বছৰ বয়সলৈকে তেওঁ মনক তাৰ বাবে প্ৰস্তুত কৰিব পৰা নাছিল। কেম্ব্ৰিজৰ ইণ্ডিয়া মজলিচৰ যেতিয়া তেওঁ সম্পাদক হ'ল, তেতিয়াহে তেওঁ এই সম্পৰ্কে কিছুমান বৈপ্লৱিক বক্তৃতা দিছিল। এই বক্তৃতাবিলাকৰ কথা চৰকাৰে ইতিমধ্যে গম পাইছিল আৰু এই কাৰণেই তেওঁক আই-চি-এছ নকৰিবলৈ মনে মনে সিদ্ধান্ত লয়।

এই সময়ত লণ্ডনত 'লটাছ এণ্ড ডেগাৰ' নামৰ এখন গোপনীয় সভাৰ এটা অধিবেশন বহিছিল। তালৈ সকলো ভাৰতীয় ছাত্ৰ আহিছিল আৰু তেওঁলোক গোট খাইছিল। খুব সম্ভৱ অৰবিন্দই তেতিয়া কেম্‌ব্ৰিজৰ পঢ়া সাং কৰি ভাৰত অভিমুখে ৰাওনা হ'বলৈ সাজু হৈছিল। ল'ৰাবোৰে গোট খাই তাত প্ৰত্যেকেই বেলেগ বেলেগ দেশৰ মুক্তিৰ বাবে পণ কৰিব লাগিছিল। অৰবিন্দ আৰু তেওঁৰ ককায়েকহঁত এই সংঘৰ সদস্য হৈছিল। কিন্তু দুখৰ বিষয়, এই সংঘখন অৰবিন্দৰ ককাক ৰাজনাৰায়ণ বসুৱে কলিকতাত পতা গুপ্ত সংঘখনৰ দৰেই অকালতে বিলুপ্ত হ'ল।

আন এটা ঘটনাই অৰবিন্দৰ মন বৃটিছ সাম্ৰাজ্যবাদৰ বিৰোধী হোৱাত সহায় কৰে। এসময়ত যি বাপেকে শহুৰেক ৰাজনাৰায়ণ বসুৰ বিৰুদ্ধে ইংৰাজী সভ্যতা আৰু সংস্কৃতিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰিছিল আৰু পুতেকহঁতক ইংৰাজৰ দৰে তুলিবলৈ সৰ্বস্ব পণ কৰি পুতেকক আই-চি-এছ শাৰীলৈ তুলিব খুজিছিল, সেই বাপেকৰ হঠাতে স্বপ্নভঙ্গ ঘটিল আৰু তেওঁ পুতেকহঁতলৈ চিঠি যোগে আৰু খবৰ কাগজৰ কটা পাত পঠিয়াই বৃটিছ শাসনৰ কুফল আৰু ইংৰাজ চৰিত্ৰৰ অৱনমনৰ বিষয়ে নানান সংবাদ দিবলৈ লাগিল। এইবিলাকেও অৰবিন্দক বিচলিত কৰিলে।

এটা খুব সামান্য ঘটনাই বাপেকৰ স্বপ্নভঙ্গ ঘটালে। ডাঃ ঘোষ ৰংপুৰত আছিল। তাৰ জিলা মেজিষ্ট্ৰেট তেওঁৰ বন্ধু। এই বন্ধুৰ সহায়তে তেওঁ পুতেকহঁতক মিঃ ড্ৰেটৰ বঙলাত ৰখাৰ বন্দৱস্ত কৰিছিল। ৰংপুৰত ডাঃ ঘোষৰ সেৱাত জনসাধাৰণ সন্তুষ্ট হৈছিল আৰু তেওঁৰ জনপ্ৰিয়তাও ক্ৰমাৎ বাঢ়ি গৈছিল। এদিন তেওঁৰ বন্ধু মিঃ গ্ৰেজিয়াৰক বদলি কৰি আন এজন মেজিষ্ট্ৰেট তালৈ অনা হ'ল। এওঁ আহি ডাঃ ঘোষৰ জনপ্ৰিয়তা দেখি মনে মনে ঈৰ্ষান্বিত হ'ল আৰু উচ্চ কৰ্তৃপক্ষক কৈ তেওঁক খুলনালৈ বদলি কৰোৱালে। এই ঘটনাই তেওঁক ইমান বিচলিত কৰিলে যে তেওঁ ইংৰাজৰ ন্যায়বোধৰ ওপৰতে আস্থা হেৰুৱাই পেলালে। তেতিয়াৰেপৰা পশ্চিমীয়া সভ্যতাক তেওঁ বেলেগ চকুৰে চাবলৈ ধৰিলে।

অৰবিন্দই ল'ৰাকালতে ইংৰাজী সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি যি অনুৰাগ দৰ্শাইছিল, সেই অনুৰাগ আজীৱন স্থায়ী হ'ল। কিন্তু ইংলণ্ড দেশখনৰ প্ৰতি তেওঁৰ তেনে অনুৰাগ নহ'ল। তেওঁ ফৰাচী দেশৰ প্ৰতিহে অধিক আকৃষ্ট হৈছিল। ইংৰাজী আৰু ইউৰোপীয় সংস্কৃতিৰ প্ৰতি যি অনুৰাগ, সেই অনুৰাগ প্ৰকাশ পাইছিল তেওঁৰ সেইকালত ৰচিত কৱিতাৱলীত। কিন্তু লাহে লাহে তেওঁৰ মন ভাৰতৰ ফালে ঢাল খাইছিল। এনে অৱস্থাতে জেমচ্ কটনে তেওঁক

বৰোদাৰ মহাৰজাৰ লগত চিনাকি কৰি দিয়ে। তাৰ ফল স্বৰূপেই গাইকোঁৱাৰে তেওঁক বৰোদা ৰাজ্যত এটা চাকৰি দিয়ে।

১৮৯৩ চনত তেওঁ এছ, এছ, কাৰ্থেজ জাহাজত উঠি ইংলণ্ডৰপৰা চিৰ বিদায় লৈ ভাৰত অভিমুখে যাওনা হয়। সেই জাহাজ আহোতে ধুমুহাৰ সম্মুখীন হয়; কিন্তু পিচত ৰক্ষা পৰে। ১৮৯৩ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁ নিৰাপদে আহি বোম্বাইৰ এপল' বন্দৰত নামিলহি। ভাৰতী আইৰ শ্ৰীমুখ দেখাৰ লগে লগে তেওঁৰ অন্তৰলৈ গভীৰ প্ৰশান্তি নামি আহিল। এই সময়তে তেওঁ নিজ বন্ধু-বান্ধৱলৈ লিখিছিল, "ভাৰতৰ মাটিত ভৰি দিয়াৰ লগে লগে মই আধ্যাত্মিক অভিজ্ঞতা লাভ কৰিবলৈ ধৰিলো। কিন্তু এই অভিজ্ঞতাবোৰ সংসাৰবিমুখ নহয়। বৰং সেইবিলাকৰ ওপৰত এইবিলাকৰ আন্তৰিক আৰু অসীম প্ৰভাৱ বিৰাজমান। অসীমে যেন সকলো ভৌতিক স্থান আগুৰি আছে আৰু সকলো ভৌতিক দেহ আৰু বস্তুতে এটা যেন অন্তৰ্নিহিত (সৰ্বত্ৰগামী) শক্তি বিৰাজ কৰিছে। লগে লগে মই উৰ্দ্ধদৈহিক ধৰাৰ ক্ষেত্ৰলৈ প্ৰৱেশ কৰিলো আৰু সেই ক্ষেত্ৰৰ প্ৰভাৱ বস্তুজগতলৈ প্ৰৱাহিত হোৱা গম পালো।"

অৰবিন্দই ভাৰতক ঘূৰাই পালে; কিন্তু দেউতাকক নেপালে। অৰবিন্দ অহা জাহাজখনৰ লগতে আন এখন জাহাজো আহিছিল। পৰ্তুগালৰ ওচৰত সেই জাহাজ ডুব গ'ল। কোনোবাই আহি কৃষ্ণধন ঘোষক সংবাদ দিলেহি, সেইখন অৰবিন্দৰে জাহাজ। লগে লগে কৃষ্ণধন ঘোষ মৰ্মাহত হ'ল, তেওঁৰ সাধনাৰ ধন হেৰাল বুলি ভাবি আঘাত পালে। ফলত তেওঁৰ হৃদয় আক্ৰান্ত হ'ল। লগে লগে সকলো শেষ। অৰবিন্দ আহি শূন্য ঘৰতহে সোমাবহি লগা হ'ল।

# তিনি

বৰোদা ৰাজ্যত অৰবিন্দৰ কৰ্মজীৱন আৰম্ভ হ'ল। প্ৰথমতে তেওঁ মাটি পট্টন বিভাগত কিছুদিন কাম শিকিলে। তাৰ পিচত ক্ৰমে ষ্টাম্পছ্ দপ্তৰ, কেন্দ্ৰীয় ৰাজহ দপ্তৰ আৰু সচিবালয়ত কিছুকাল শিক্ষানবিশী কৰিলে।

অৰবিন্দই তেওঁৰ বৰোদাৰ জীৱনৰ বিষয়ে যৎসামান্য টোকা দি গৈছে। তাৰপৰা অনুমান কৰিব পাৰি যে তেওঁৰ কোনো নিৰ্দিষ্ট কাম নাছিল। মহাৰজাই তেওঁৰ জ্ঞান আৰু লেখনি-শক্তিৰ কথা ভালদৰে জানিছিল। তেওঁৰ যোগ্যতা আৰু বুদ্ধিৰ ওপৰত তেওঁৰ অসীম আস্থা আছিল যদিও মাজে মাজে সময় ৰক্ষা নকৰাৰ বাবে আৰু অনিয়মীয়া হোৱা বাবে অসন্তোষো প্ৰকাশ কৰিছিল। বহুতে কয় যে অৰবিন্দ তেওঁৰ ব্যক্তিগত সচিব আছিল। কাৰ্যতঃ তেওঁ এবাৰহে মহাৰজাৰ লগত কাশ্মীৰলৈ গৈছিল। কিন্তু এই যাত্ৰাত দুয়োৰো মাজত ভয়ানক মতবিৰোধ ঘটাত মহাৰজাই তেওঁক দুনাই সেই বাব দিয়া নাছিল। মহাৰজাই তেওঁৰ হতুৱাই জৰুৰী চিঠি-পত্ৰ, দৰকাৰী বক্তৃতা আৰু গুৰুত্বপূৰ্ণ দলিলাদি লেখাইছিল আৰু তেওঁৰ পটুতাত আস্থা স্থাপন কৰিছিল। মহা-ৰজাই সাধাৰণতে তেওঁক পুৱাৰ আহাৰ খাবলৈ মাতি পঠিয়াইছিল আৰু সেইখিনি সময়তে এইবিলাক কামৰ ভাৰ দিছিল।

বৰোদা ৰাজ্যৰ চাকৰিত অৰবিন্দ মকৰল হয় ১৮৯৩ চনৰ ৮ ফেব্ৰুৱাৰীত। ১৯০৭ চনৰ ১৮ জুন পৰ্যন্ত তেওঁ চাকৰিত থাকে যদিও কোনো নিৰ্দিষ্ট পদত নিযুক্ত আছিল বুলি ক'ব নোৱাৰি। ওপৰোক্ত কামবিলাকৰ উপৰিও তেওঁ বৰোদা কলেজত ফৰাচী ভাষাৰ শিক্ষকতাও কৰিছিল। ১৯০০ চনত তেওঁক ৰাজ্যৰ সেৱাৰপৰা

নি বৰোদাৰ কলেজত ইংৰাজী ভাষাৰ অধ্যাপকৰ পদ দিয়ে। ১৯০১ চনত তেওঁ শ্ৰীভূপালচন্দ্ৰ বসুৰ জীয়ৰী শ্ৰীমতী মৃণালিনী দেৱীক বিয়া কৰায়। ইয়াৰ তিনি বছৰৰ পিচত তেওঁ সেই কলেজৰ উপাধ্যক্ষ পদলৈ উন্নীত হয়। বৰোদাত থকা শেষৰ বছৰ হুটা তেওঁ নিজকে ৰাজনীতিৰ লগত গভীৰভাৱে জড়িত কৰে আৰু ১৯০৬ আৰু ১৯০৭ চনত প্ৰায় সোতৰ মাহ ছুটীত থাকি দেশৰ স্বাধীনতাৰ বাবে দেহে-কেহে লাগে।

এই কালছোৱাত অৰবিন্দৰ আধ্যাত্মিক জীৱন প্ৰকাশ হোৱা নাছিল। তেওঁ এহাতেদি যেনেকৈ মনপুতি সংস্কৃত, মাৰাঠী, গুজৰাটী আৰু বঙলা ভাষা শিকিছিল, ঠিক তেনেকৈ কবিতা লিখিছিল, বিভিন্ন বিষয়ৰ কিতাপ পঢ়িছিল আৰু দেশৰ স্বৰাজ লাভৰ সাধনাত একান্তভাৱে আত্মনিয়োগ কৰিছিল। এই কালছোৱাক তেওঁৰ আত্মপ্ৰস্তুতিৰ কাল বুলি ক'ব পাৰি।

বৰোদাৰ জীৱন সম্পৰ্কে অৰবিন্দই কিছু টোকা এৰি থৈ গৈছে। বিখ্যাত মাৰাঠী বুৰঞ্জীবিদ জি, এছ, সৰদেশাই, অৰবিন্দৰ বন্ধু দীনেন্দ্ৰকুমাৰ আৰু অৰবিন্দৰ গুণমুগ্ধ ছাত্ৰ কে, এম, মুন্সীয়েও তেওঁৰ স্মৃতি আংশিকভাৱে লিপিবদ্ধ কৰি গৈছে।

ভাষা হৈছে সকলো সাধনাৰ সিংহ-দুৱাৰ। অৰবিন্দই বুজিছিল, তেওঁৰ সাধনাৰ প্ৰথম সোপান হ'ব ভাৰতীয় ভাষাৰ জ্ঞান আহৰণ। ভাৰতলৈ নহালৈকে তেওঁ এটাও ভাৰতীয় ভাষা ভালদৰে আয়ত্ত কৰিব পৰা নাছিল। সংস্কৃত ভাষা নিশিকিলে ভাৰতীয় আধ্যাত্মিক সাধনা আহৰণ কৰা সম্ভৱপৰ নহয়। বঙলা, মাৰাঠী আৰু গুজৰাটী ভাষা তেতিয়া ভাৰতীয় নৱজাগৰণৰ বাহক। এইবিলাক ভাষাৰ শিক্ষাও তেওঁৰ ভবিষ্যত সাধনাৰ সহায়ক। এই কাৰণে তেওঁ আটাইকেউটা ভাষাকে অশেষ যত্নেৰে শিকিলে। কালক্ৰমত তেওঁ হিন্দী ভাষাও ভালদৰে বুজিব পৰা হ'ল।

বঙলা ভাষা শিক্ষা সম্পৰ্কে 'নিজৰ বিষয়ে অৰবিন্দ' নামৰ গ্ৰন্থত

এইদৰে কোৱা হৈছে : "অৰবিন্দই নিয়মিত পাঠ লোৱা নাছিল। দীনেন্দ্ৰকুমাৰ অৰবিন্দৰ নিয়মিত শিক্ষক বুলিলে ভুল হ'ব। তেওঁ অৰবিন্দৰ ভুল শুধৰাই দিয়াৰ উপৰিও ভাষাৰ শুদ্ধ জ্ঞান লাভ কৰাত আৰু বঙলা ভাষাত কথা-বতৰা পতাত সহায় কৰিছিল। অৰবিন্দ দীনেন্দ্ৰকুমাৰৰ ছাত্ৰ নাছিল ; তেওঁ নিজৰ চেষ্টাৰ বলেৰে সেই ভাষা আয়ত্ত কৰিছিল। দীনেন্দ্ৰই মাথোন তেওঁক ইটো সিটো দেখুৱাই দিছিল।" দীনেন্দ্ৰকুমাৰে তেওঁৰ 'শ্ৰীঅৰবিন্দ প্ৰসঙ্গে' নামৰ গ্ৰন্থত এইদৰে লিখিছে, "মই দিনে-ৰাতি তেওঁৰ লগত কাল কটাইছিলো। তেওঁৰ হৃদয়ৰ লগত মোৰ পৰিচয় দিনকদিনে গভীৰ হৈ পৰিছিল, আৰু সেইবাবে মই বুজি পাইছিলো, তেওঁৰ সৈতে ইহজগতৰ সম্পৰ্ক ক্ষীণ। তেওঁ স্বৰ্গচ্যুত শাপভ্ৰষ্ট দেৱতা।" দীনেন্দ্ৰনাথক শিক্ষক নিযুক্ত কৰাৰ আগতেই অৰবিন্দই নিজে নিজে বঙলা ভাষা আয়ত্ত কৰি বঙ্কিমচন্দ্ৰৰ উপন্যাস আৰু মধুসূদনৰ কাব্য পঢ়ি ৰসপানৰ সামৰ্থ্য আহৰণ কৰিছিল। তেতিয়াই তেওঁ চিঠি-পত্ৰও লিখিব পৰা হৈছিল আৰু প্ৰবন্ধও ৰচনা কৰিছিল। কিন্তু বঙলা ভাষাৰ ওপৰত ইংৰাজীৰ সমান দখল নোহোৱা আৰু বঙলা ভাষাত বক্তৃতা দিবলৈ সমৰ্থ নোহোৱা বাবেই তেওঁ শিক্ষকৰ সহায় ল'ব লগা হৈছিল।

হিন্দী ভাষাৰ তেওঁ কোনো শিক্ষা লোৱা নাছিল। কিন্তু সংস্কৃত আৰু অন্যান্য ভাৰতীয় ভাষাত পাৰ্গত হৈ পৰাৰ লগে লগে তেওঁ সহজতে হিন্দী ভাষা ক'ব পৰা নাছিল। তেওঁ বঙলা ভাষাৰ যোগেদি সংস্কৃত শিকা নাছিল ; সময়-বিশেষে পোনপটীয়াভাৱে আৰু সময়-বিশেষে ইংৰাজী ভাষাৰ যোগেহে তেওঁ সংস্কৃত ভাষা আয়ত্ত কৰিছিল। অকল ভাষা শিকাই তেওঁৰ মূল লক্ষ্য নাছিল। সেইবাবে সংস্কৃতিৰ জ্ঞান আহৰণ কৰাৰ লগে লগে উপনিষদ, গীতা, ৰামায়ণ, মহাভাৰত, কালিদাস-ভৱভূতি আদিৰ গ্ৰন্থও ভালদৰে অধ্যয়ন কৰিছিল। এই শিক্ষা আৰু অধ্যয়নৰ মূলত ভাৰতীয় সংস্কৃতিৰ প্ৰতি

স্বাভাৱিক আকৰ্ষণ, ভাৰতীয় জীৱন-ধাৰণৰ প্ৰতি শ্ৰদ্ধা আৰু ভাৰতীয় মানস-সম্পদৰ প্ৰতি মনৰ আৰু হৃদয়ৰ টানেই চালিকা-শক্তিৰূপে ক্ৰিয়া কৰিছিল।

কি অদমনীয় সেই আধ্যাত্মিক ক্ষুধা! বন্ধুসকল অৰবিন্দৰ বাহালৈ গ'লে দেখে, এটা কেৰাচিন তেলৰ লেমৰ পোহৰত মেজৰ কাষত বহি অৰবিন্দ অধ্যয়নৰত। কিতাপৰ সীমা-সংখ্যা নাই। বোম্বাইৰ দুখন কিতাপৰ দোকানৰ লগত অৰবিন্দৰ যোগাযোগ আছিল। এই দুখন দোকানে নিয়মিতভাৱে তেওঁলৈ কিতাপৰ তালিকা পঠায়। নতুন কিতাপ ওলালেই যেন তেওঁ খবৰ পায়, এয়ে আছিল অৰবিন্দৰ অনুৰোধ। দুয়োখন দোকানে জাপে জাপে তেওঁলৈ কিতাপ পঠিয়ায়। এই কিতাপবোৰ কিনিবলৈ অৰবিন্দই দৰমহাৰ যথেষ্ট ধন আছুতীয়াকৈ থৈ দিয়ে। কিতাপ লৈ তেওঁ খীণ পোহৰত পঢ়াত মগ্ন হৈ থাকোতে মহে দেহৰ কেউকাষে আহি বেৰি ধৰি ভুনভুননি তোলে, তথাপি তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। কেতিয়াবা ৰান্ধনিয়ে মেজত ভাত থৈ দি ৰখি থাকে, তথাপি তেওঁ গম নেপায়। পুৱা উঠি খোৱা মেজত সমুখত জলপান লৈ তেওঁ আকৌ কিতাপ পঢ়ে, কেতিয়াবা তাতে বহি লিখেও। সেইদৰে থাকোতে গা ধুবৰ সময় হয়, দুপৰীয়াৰ আহাৰৰ পৰ আহে, কামৰ আহ্বান আহে। এইবিলাক যেন গৌণ কথা, জীৱনৰ মুখ্য উদ্দেশ্য হ'ল জ্ঞানমাৰ্গৰ সাধন। তেওঁৰ পোছাকো সাধাৰণ আছিল। উকথা পঁজা, উৱলা ঘৰ, উকা মজিয়া, সকলোতে তেওঁ শান্ত চিত্তে বাস কৰিব পাৰিছিল। পৰিবেশে তেওঁৰ মনোযোগ নষ্ট কৰিব নোৱাৰিছিল। অতি প্ৰতিকূল পৰিস্থিতিতো ইলিয়াড, ডিভাইন কমেডি, শকুন্তলা আৰু হোৰাচৰ কাব্য সহজভাৱে পঢ়ি যাব পাৰিছিল।

বন্ধত কেতিয়াবা কেতিয়াবা অৰবিন্দ বৰোদাৰ বাহিৰলৈ যায়। বৈদ্যনাথত তেওঁৰ-সম্পৰ্কীয় মানুহ আছিল। তালৈ যাওঁতে তেওঁ

লগত কেইবাটাও ট্ৰাঙ্ক লৈ যায়। ঘৰৰ মানুহে ভাবে, সেইবোৰত অৰবিন্দৰ পোছাক আদি আছে। বাসন্তী আছিল অৰবিন্দৰ প্ৰিয় ভতিজা-জীয়েক। অৰুদাৰ ট্ৰাঙ্কত কি কাপোৰ আছে তাক চাবৰ বাবে বেচেৰী বৈ থাকে। ছোৱালীৰ মন! অৰবিন্দই ট্ৰাঙ্ক খুলিলে দেখে কেইসাজমান মাথোন সাধাৰণ সাজ, বাকীবোৰ কেৱল কিতাপ, কেৱল কিতাপ! "কি কথা"! বাসন্তীয়ে ভাবে, "আন মানুহে বন্ধ হ'লে কিতাপ সামৰি থৈ ৰং-তামাচা কৰি হাঁহি-মাতি সময় কটায়, অৰুদাই পঢ়ে। অৰুদাই সদায় এইদৰে পঢ়ি থাকে নেকি?" বাসন্তীয়ে ঠিকেই ভাবিছিল, অৰুদা পঢ়াৰ পোক। কিন্তু সেই বুলি তেওঁ নিবোকা চামোনো নাছিল। যেতিয়াই সময় হয়, তেতিয়াই বাসন্তী-হঁতৰ লগত বহি হাঁহি-তামাচা কৰেহি, কথা-বতৰা পাতেহি আৰু ধেমালিও কৰে। অৰবিন্দই জীৱনকো গ্ৰহণ কৰিব জানিছিল।

শিক্ষক হিচাপে অৰবিন্দ কেনে আছিল? গুজৰাটী সাহিত্যিক আৰু ৰাজনীতিজ্ঞ স্বৰ্গীয় কে, এম, মুন্সী আছিল অৰবিন্দৰ ছাত্ৰ। তেওঁ অৰবিন্দৰ কথা এইদৰে লিখিছে, "মই ১৯০২ চনত মেট্ৰিকুলেশ্যন পৰীক্ষাত উত্তীৰ্ণ হৈ বৰোদা কলেজত ভৰ্তি হওঁহি। তেতিয়াই শ্ৰীঅৰবিন্দৰ সংস্পৰ্শলৈ আহোঁ। অৰবিন্দক কাচিৎহে নিজে লগ পাইছিলো। কিন্তু কলেজত অৰবিন্দ-উপাখ্যান ল'ৰাৰ মুখে মুখে। তাক শুনি শ্ৰদ্ধাত মই অভিভূত হৈছিলো। তেওঁ ইংৰাজী পঢ়ুৱাবলৈ আহিলে মই সশ্ৰদ্ধ বিস্ময়েৰে তেওঁৰ প্ৰত্যেকটো কথাকে মন দি শুনিছিলো।" ছাত্ৰসকলে অৰবিন্দক কিমান শ্ৰদ্ধাৰ চকুৰে চাইছিল, তাক মুন্সীৰ কথাৰপৰাই ধৰিব পাৰি।

অৰবিন্দ কিন্তু বৰ্তমান শিক্ষা-পদ্ধতিৰ প্ৰতি সম্পূৰ্ণৰূপে বীতশ্ৰদ্ধ আছিল। তেওঁ লিখিছে, "মনোমোহন বৰ কৰ্তব্যপৰায়ণ অধ্যাপক আছিল। মই কিন্তু ইমান বিবেকসম্পন্ন নাছিলো। 'নোট'ৰ প্ৰতি মোৰ বিৰাগ আছিল। কেতিয়াবা কোনো পাঠৰ মই যি ব্যাখ্যা দিওঁ, সেই ব্যাখ্যা নোটৰ লগত নিমিলিছিল। মই ইংৰাজী পঢ়ুৱাইছিলো,

সময় বিশেষে ফৰাচীও পঢ়াইছিলো। এটা কথা দেখি মই বৰ আচৰিত হৈছিলো। যিহকে নকওঁ কিয়, ল'ৰাবোৰে তাকে আখৰে আখৰে টুকি লয় আৰু পিচত মুখস্থ কৰে। ইংলণ্ডৰ পঢ়াশালিত ল'ৰাই এনে কৰাৰ কথা কল্পনা কৰাও টান। বৰোদাত ল'ৰাবোৰে মোৰ বক্তৃতাৰ টোকা লোৱাৰ উপৰিও বোম্বাইৰ অধ্যাপকৰপৰাও টোকা আনিছিল। বিশেষকৈ অধ্যাপকজন যদি পৰীক্ষক হয়, তেন্তে কথাই নাই। এবাৰ ছডিৰ 'লাইফ্ অব নেলছন' গ্ৰন্থখনৰ ওপৰত বক্তৃতা দিছিলো। মোৰ বক্তৃতাৰ লগত টোকাৰ মুঠেই মিল নাছিল। ল'ৰাবোৰে মোক ক'লে, 'আপোনাৰ বক্তৃতাচোন টোকাৰ লগত একেবাৰে নিমিলে, কিয় ?' মই ক'লো, 'মই 'নোট'বোৰ পঢ়া নাই। সেইবোৰ গোবৰ।"

এই সৰু কথাখিনিয়ে অৰবিন্দৰ শিক্ষাৰ আদৰ্শ বঢ়িয়াকৈ প্ৰকাশ কৰে। প্ৰকৃতপক্ষে শিক্ষা আৰম্ভ হয় পাঠৰ সাৰমৰ্ম গ্ৰহণ আৰু স্বাধীন মূল্যায়নৰ শক্তিত। বৃটিছ ভাৰতৰ শিক্ষা-পদ্ধতি তেনে নাছিল।

অৰবিন্দৰ এই সময়ৰ কথা জি, এছ, সৰদেশাইৰ স্মৃতি-কথাৰ-পৰাও ধৰিব পাৰি। 'ছয়াজী গাইকোঁৱৰ য়নচ্যা সহবসত' নামৰ গ্ৰন্থত তেওঁ লিখিছে, "মই আৰু শ্ৰীঅৰবিন্দ কেতিয়াবা একেলগে গাইকোঁৱৰৰ লগত থাকিব লগা হৈছিল। কেতিয়াবা তেওঁ মহাৰজাৰ বক্তৃতা লিখি দিব লাগে। এবাৰ মহাৰজাই এখন সমাজ-সেৱাৰ সন্মিলনত বক্তৃতা দিব লগা হ'ল। অৰবিন্দই সেই বক্তৃতা লিখি দিলে। আমি তিনিও বহি মনোযোগেৰে সেই বক্তৃতা পঢ়িলো। সেই বক্তৃতা শুনি শুনি মহাৰজাই ক'লে, "'অৰবিন্দ বাবু, বক্তৃতাটো অলপ নৰম কৰি দিলে কেনে হয় ? মোৰ মুখত এনে সুসংস্কৃত কথা শোভা নেপাব।" অৰবিন্দই মিচিকিয়াই হাঁহি ক'লে, 'এনেয়ে কিয় সলনি কৰিব ? মহাৰাজ, আপুনি ভাবে নেকি যে নৰম কৰিলেই মানুহে বক্তৃতাটো আপুনি লেখা বুলি ধৰিব ? লেখা

ভালেই হওক বা বেয়াই হওক, মানুহে ক'ব, আপোনাৰ বক্তৃতা আনে লিখি দিয়ে। মূল কথা হ'ল, এই চিন্তাবোৰ আপোনাৰ হয় নে নহয়।" সৰদেশায়ে অৰবিন্দৰ ব্যক্তিত্বৰ বিষয়ে এনেদৰে লিখিছে —"সেই সময়ত অৰবিন্দই ময়ে একেলগে ফুৰিবলৈ গৈছিলো। তেওঁ বৰকৈ কথা নকয় আৰু ক'বলৈ মনো নকৰিছিল। প্ৰশ্ন সুধিলে তেওঁ হয় নহয় কিবা এটা ক'ব; তাতকৈ বেছি একো নকয়। তেওঁৰ স্বভাৱত ৰহস্যময়তা বিৰাজ কৰিছিল।"

অৰবিন্দই এই কালছোৱাত বিভিন্ন ধৰণে আত্মপ্ৰকাশ কৰিছিল। কেতিয়াবা কবিতা লিখিছিল, কেতিয়াবা ৰাজনৈতিক চিন্তাত মগ্ন হৈছিল, কেতিয়াবা যোগ সাধনৰ প্ৰতি আকৃষ্ট হৈছিল। সকলো কামতে এটা সুদূৰপ্ৰসাৰী লক্ষ্য। পৃথিবীৰ আধ্যাত্মিক গুৰু হোৱাৰ যোগ্যতা ভাৰতবৰ্ষৰ আছে। সেই সম্মানিত আসনত এই দেশ বহিব লাগিব। কিন্তু তাৰ আগতে দেশক স্বৰাজ লাগে। স্বৰাজৰ বাবে লাগে শক্তি। এই শক্তি অকল দেহাৰ নহয়, মনৰো।

সেই সময়ত সমগ্ৰ ভাৰতবৰ্ষ জুৰি মধ্যমপন্থী আৰু চৰমপন্থী ৰাজনীতিৰ বাদ-বিসম্বাদ চলি আছে। অৰবিন্দই ইংলণ্ডত থাকোতেই দেশ-সেৱা আৰু স্বৰাজৰ বাবে সংকল্প গ্ৰহণ কৰিছিল। বৰোদাত থকা কালত স্বৰাজৰ আঁচনি, আদৰ্শ আৰু সংগ্ৰাম সম্পৰ্কে প্ৰবন্ধও লিখিছিল। এই প্ৰবন্ধবিলাকত জাতীয় স্বাধীনতা আন্দোলনৰ সমগ্ৰ ৰূপ প্ৰকাশ পাইছিল। ইয়াৰ উপৰিও তেওঁ গুপ্ত বিপ্লৱীৰ সংগঠনতো যোগ দিছিল আৰু বঙ্গদেশৰ আন্দোলনত মন-প্ৰাণ ঢালি দিছিল।

# চাৰি

অৰবিন্দই নিজে 'দিব্য জীৱন' গ্ৰন্থত লিখিছে, "সম্পূৰ্ণ ( নিখুঁত ) মানৱ জগত অসম্পূৰ্ণ মানুহে সৃষ্টি কৰিব নোৱাৰে বা অসম্পূৰ্ণ মানুহৰ দ্বাৰা গঠিত হ'ব নোৱাৰে। আমাৰ সকলো কাম, শিক্ষা, আইন, সমাজ আৰু ৰাষ্ট্ৰৰ দ্বাৰা নীতিসম্মতভাৱে নিয়ন্ত্ৰিত হ'লেও, এনে ব্যৱস্থাৰ ফলত নিয়ন্ত্ৰিত মনৰ গাঁথনি, বিক্ষিপ্ত জীৱন-ধাৰণৰ প্ৰণালী আৰু সুসংস্কৃত ব্যৱহাৰৰ গাঁথনি একোটাহে গঢ় লৈ উঠিব পাৰে। কিন্তু এনে ধৰণৰ নিৰ্দিষ্ট গঢ়নৰ দ্বাৰা একো ৰূপান্তৰ সাধিব নোৱাৰিঁ; অন্তৰৰ মানুহটো পুনৰ সৃষ্টি কৰাটো অসম্ভৱ। ইয়াৰ দ্বাৰা সম্পূৰ্ণ আত্মা, সম্পূৰ্ণ চিন্তাশীল মানৱ আৰু সম্পূৰ্ণ অথবা পৰিবৰ্দ্ধনশীল জীৱন, সত্তা গঢ় বা ৰূপ দিব নোৱাৰি। কাৰণ আত্মা, মন আৰু জীৱন হৈছে সত্তাৰ শক্তি, এই শক্তিবোৰৰ একমাত্ৰ ধৰ্ম হ'ল আত্মবিকাশ বা স্বপৰিবৰ্দ্ধন। এইবোৰক নিৰ্দিষ্ট ৰূপ দিব নোৱাৰি বা গঢ়িবও নোৱাৰি। বাহিৰা প্ৰৱাহ এটাই আত্মা, মন আৰু জীৱনক সহায় কৰিব পাৰে বা সেইবোৰক প্ৰকাশ কৰিব পাৰে; কিন্তু এনে প্ৰৱাহে এইবোৰ সৃষ্টি অথবা বিকশিত কৰিব নোৱাৰে। মানুহে সত্তাৰ বিকাশত সহায় কৰিব পাৰে; কিন্তু তাক তৈয়াৰ কৰাৰ চেষ্টা চলালে এনে বিকাশ নঘটে। আত্মা, মন আৰু জীৱনৰ শক্তিসমূহ সত্তাক দান দি অথবা সত্তাৰ ওপৰত প্ৰেৰণাদায়ক প্ৰভাৱৰ পোহৰ পেলাইহে এনে বিকাশ ঘটোৱা সম্ভৱপৰ। কিন্তু এনে বিকাশ অন্তৰতমৰপৰা আহিব লাগিব। সেই অন্তৰতমেই নিৰ্দ্ধাৰণ কৰিব লাগিব এই প্ৰভাসমূহক কেনেকৈ চালিত কৰিব লাগিব। কোনো বহিঃশক্তিয়ে তাক নিৰ্দ্ধাৰণ কৰিব নোৱাৰিব। আমাৰ সৃষ্টিৰ আকাঙ্ক্ষা আৰু উৎসাহৰ লক্ষ্য হ'ব

লাগে এই প্ৰথম (পৰম) সত্যৰ জ্ঞান লভা। নহ'লে আমাৰ সকলো মানৱ-সাধনা ব্যৰ্থতাৰ আৱৰ্তনত পৰ্যবসিত হ'ব আৰু কিবা সফলতা লভিলেও সেই সাধনা ব্যৰ্থতাত পৰিণত হ'বলৈ বাধ্য।"

অৰবিন্দৰ ৰাজনৈতিক সাধনা লাহে লাহে কেনেকৈ দিব্য জীৱনৰ সাধনালৈ উত্তোলিত হ'ল, সেই কথা বুজিবলৈ এই কথাখিনি বিশেষ আৱশ্যকীয়। তেওঁৰ সাহিত্য-সাধনাৰ ক্ষেত্ৰতো অনুৰূপ উত্তোলন ঘটিছে। তেওঁ কৈছে, "তিনিটি বস্তু লৈ হ'ল শিল্পৰ সমগ্ৰতা। প্ৰথমতে প্ৰকাশক্ষম ৰূপৰ অনবদ্যতা, সৌন্দৰ্যৰ আৱিষ্কাৰ; দ্বিতীয়তে বস্তুৰ যি মূল সত্তা বা অন্তৰাত্মা তাৰ অভিব্যক্তি; তৃতীয়তে, এই দুই অঙ্গ যাৰ বাহন সেই সৃষ্টি-পট চৈতন্যৰ আৰু আনন্দৰ শক্তিৰাজি। শিল্পৰ বাবেই শিল্প, এই কথা সঁচা। কাৰণ শিল্প এক দৃষ্টিৰপৰা চালে অনবদ্য ৰূপ, সৌন্দৰ্যৰ অভিব্যক্তি। কিন্তু লগে লগে শিল্প অন্তঃপুৰুষ আত্মাৰ বাবে। সৌন্দৰ্যক আশ্ৰয় কৰি, তাৰ মাজেদি অন্তঃপুৰুষ আৰু আত্মাই গঢ়িব খোজা সকলো বস্তু প্ৰকাশ কৰা শিল্পৰ উদ্দেশ্য। এই আত্ম-প্ৰকাশৰ ধাৰাত স্তৰবিভাগ আছে—ক্ৰমবিন্যাস। এই সম্প্ৰসাৰণ-পৰম্পৰা আৰু সোপানসমূহ উচ্চতমৰ অভিমুখে ধাৱমান। শিল্পক পৰম-বিস্তৃত বিস্তৃতিৰ অভিমুখে প্ৰকাশিত কৰাৰ লগে লগে আৰু অৱলম্বন কৰি আকৌ উৰ্দ্ধৰপৰা উৰ্দ্ধতৰ শিখৰলৈ উঠি পুনৰ উৰ্দ্ধতমৰ পিনে যাব লাগিব। ই হ'ল আমাৰ শিল্প-সাধনা আৰু আত্মসাধনা—দুয়োটাৰেই প্ৰয়াস-প্ৰবাহ।"

অৰবিন্দৰ শক্তি-সাধনাৰ উদ্দেশ্য খুব স্পষ্ট। জাতীয় মুক্তিৰ বাবে যি চেতনা তেওঁ সৃষ্টি কৰিলে সেই চেতনা সম্পূৰ্ণৰূপে ৰাজনৈতিক বা ধৰ্মীয় নহ'লেও, ই আছিল বহিঃস্তৰৰ চেতনা। ইয়াৰ লগে লগে ইতিহাসৰ প্ৰেৰণাত তেওঁ দেশৰ যি হিংস ক্ৰান্তিৰ কল্পনা কৰিছিল, আৰু তাৰ প্ৰথম খাপৰূপে যি অহিংস আন্দোলনৰ সূচনা কৰিছিল, সেইবিলাক আছিল ইতিহাস-সন্মত। তেওঁৰ অনুভৱ

হৈছিল, এদিন এই পথেৰেই দেশৰ স্বাধীনতা আহিব ; কিন্তু সেই পৰিবৰ্তনে মানৱ-সত্তাৰ সম্পুৰ্ণ বিকাশ সাধন নকৰিব। তেওঁৰ ভাব্ব হ'ল, মানবীয় দেহ আৰু মনৰ আধাৰত অতি-মনৰ বিকাশৰ অঙ্কুৰ আছে ; সেই অঙ্কুৰ বিকাশৰ বাবে যোগ-সাধন আৱশ্যক। মানুহ সেই পৰম শক্তিৰ অধিকাৰী হ'লেহে ভাৰতৰ পূৰ্ণ মুক্তি সম্ভৱপৰ হ'ব আৰু ভাৰতৰ মুক্তিৰ যোগে বিশ্বৰ মুক্তিপথ খোল খাই যাব।

এই পাতনিৰ আৱশ্যক হ'ল এই কাৰণেই যে অৰবিন্দৰ দৰে এজন মানুহে দেশৰ মুক্তিৰ সাধনা কৰি থাকোতে কিয় তেওঁ হঠাতে পণ্ডিচেৰীলৈ দিব্য জীৱনৰ যোগ কৰিবলৈ মন মেলিলে ? ই সহজ আত্মনিৰ্বাসনৰ আকাঙ্ক্ষা নে বৃহত্তৰ মানৱ-মুক্তি লাভৰ প্ৰেৰণা ? অৰবিন্দৰ জীৱন-বৃত্তান্ত পঢ়িলে বুজা যায়, তেওঁ পিচৰ লক্ষ্য লৈহে ৰাজনীতি ত্যাগ কৰিছিল।

অৰবিন্দই বৰোদাত থকা কালত দেখাদেখিকৈ ৰাজনীতিত অংশ গ্ৰহণ কৰা নাছিল। কিন্তু তেওঁৰ মত বৰ উগ্ৰ আছিল। ১৮৯৩ চনৰ আগষ্ট মাহত তেওঁ পুণাৰপৰা প্ৰকাশিত সাপ্তাহিক 'ইন্দু প্ৰকাশ'ত এলানি প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই প্ৰবন্ধলানিৰ নাম আছিল "পুৰণি দীপশিখাৰ ঠাইত নতুন দীপশিখা।" কাকত-খনৰ সম্পাদকজন আছিল অৰবিন্দৰ কেম্ব্ৰিজৰ সহপাঠী কে. জি. দেশপাণ্ডে। আগষ্টৰ ৯ তাৰিখে ইয়াৰ প্ৰথম প্ৰবন্ধটি প্ৰকাশ পাইছিল। সম্পাদকে অৰবিন্দৰ প্ৰথম ৰাজনৈতিক লেখা প্ৰকাশ কৰোতে আৰম্ভণিতে এটা পাতনি তৰি দিছিল। তাত তেওঁ লিখিছিল—

"কিছুদিনৰ আগতে আধুনিক কালৰ এজন অতি দক্ষ আৰু সূক্ষ্ম পৰ্যবেক্ষকে আমাৰ দেশৰ বৰ্তমান ৰাজনৈতিক উন্নতিৰ বিষয়ে লিখা এলানি প্ৰবন্ধ পঢ়িবলৈ দিম বুলি আমি পাঠকসকলক প্ৰতিশ্ৰুতি দিছিলোঁ। আজি তাৰে প্ৰথমটি পাঠকসকলক আগ-বঢ়াবলৈ পাই আমি বৰ সুখী হৈছোঁ। প্ৰবন্ধলানিৰ শিতান হ'ল

'পুৰণি দীপশিখাৰ ঠাইত নতুন দীপশিখা।' শিতানটো ইঙ্গিতপূৰ্ণ; তাত এটা ৰূপকথাও আছে। এই প্ৰবন্ধবোৰত প্ৰকাশ কৰা মত ৰাজনৈতিক নেতাৰ সাধাৰণ মত নহয়। সেই কাৰণে এইবোৰ প্ৰবন্ধৰ গুৰুত্ব অধিক। আমি লাহে লাহে বুজি উঠিছোঁ, আমাৰ ৰাজনৈতিক উন্নতিৰ সাধনা একাণপতীয়া বা দীৰ্ঘস্থায়ী নহয়। এই সাধনাবোৰত শক্তি নাই। আমাৰ ৰাজনৈতিক আন্দোলনবোৰত আমি ভণ্ডামিৰ খেলা দেখিবলৈ পাইছোঁ। বিকৃত দৃষ্টিয়েই সকলোতে চলন্তি। সেইবাবে সত্য, স্পষ্ট আৰু সৎ আলোচনাৰ প্ৰয়োজন হৈ পৰিছে। আমাৰ অনুষ্ঠানবোৰৰ আধাৰ সবল নহয়, সদায় পতনৰ আশঙ্কা। এনে পৰিস্থিতিত মনে মনে বহি থকাটো এলাহৰ চিনেই নহয়, অপৰাধো। কাৰণ, আমাৰ সকলো ৰাজনৈতিক চেষ্টা দিক্‌ভ্ৰষ্ট হৈছে। দেশৰ সন্মুখত থকা প্ৰশ্নও ডাঙৰ। দেশৰ উঠন-ভগনৰ লগত ইয়াৰ সম্পৰ্ক। সেই কাৰণে আমি এনে এজন লোকৰ হতুৱাই প্ৰবন্ধলানি লেখাইছোঁ, যাৰ উচ্চ সাহিত্য-প্ৰতিভা, উদাৰ সংস্কৃতি-চেতনা, প্ৰচুৰ অভিজ্ঞতা আৰু সুনিপুণ ৰচনাভঙ্গী সম্পৰ্কে কাৰো সন্দেহ থাকিব নোৱাৰে। আমি এই প্ৰবন্ধবোৰৰ বাবে যথেষ্ট কষ্ট আৰু ভুল বুজা-বুজিৰো সন্মুখীন হৈছোঁ। লেখকে স্পষ্ট-ভাৱে তেওঁৰ মত দাঙি ধৰিছে। তেওঁৰ ৰচনাশৈলী আৰু ভাষা নিজা। আমি আমাৰ হৈ আৰু লেখকৰ হৈ এই কথা স্পষ্টভাৱে ক'ব পাৰো, পাঠকসকলে এইলানি প্ৰবন্ধ পঢ়ি চিন্তা কৰিবলৈ বাধ্য হ'ব আৰু লগে লগে তেওঁলোকৰ দেশপ্ৰেমেৰে আপ্লুত অন্তৰো আন্দোলিত হ'বলৈ বাধ্য হ'ব।"

এই প্ৰবন্ধলানি ১৮৯৩ চনৰ ৯ আগষ্টৰপৰা ১৮৯৪ চনৰ ফেব্ৰুৱাৰী মাহলৈকে ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। এই প্ৰবন্ধবোৰৰ উদ্দেশ্য আছিল কংগ্ৰেছ নেতৃত্বৰ সমালোচনা। অৰবিন্দই লিখিছিল, "আজি আমি সকলো কণা; কণাক নেতৃত্ব যোগাইছে কণা বা এচকুৱা মানুহে।"

কংগ্ৰেছৰ সাধনাত তেওঁ তিনিটা দোষ পাইছিল। প্ৰথম দোষ, কংগ্ৰেছে লক্ষ্য পূৰণৰ বাবে আশাশুধীয়াভাৱে আৰু মনে-প্ৰাণে কাম কৰা নাছিল। দ্বিতীয় দোষ, কংগ্ৰেছে যি পন্থা গ্ৰহণ কৰিছিল, সেই পন্থা শুদ্ধ পন্থা নাছিল। তৃতীয় দোষ, যিবিলাক নেতাৰ ওপৰত কংগ্ৰেছে আস্থা ৰাখিছিল, সেইবিলাক নেতা যোগ্য নেতা নাছিল। তেওঁলোকৰ আছিল একাগ্ৰতাৰ অভাৱ, সেই-বাবেও তেওঁলোক নিশকতীয়া। দেশৰ অৱস্থা বুজিবৰ বাবে যি অন্তৰ্দৃষ্টিৰ আৱশ্যক, সেই অন্তৰ্দৃষ্টিও তেওঁলোকৰ নাছিল। ৰাজনীতিৰ সফলতাৰ মূলতে হ'ল পৰিস্থিতি বুজি সেইমতে সাধনাত প্ৰবৃত্ত হোৱা। এই সাধনা কংগ্ৰেছ নেতৃবৰ্গৰ ধ্যানৰো অগোচৰ। এনে মনোবৃত্তিৰে দুৰ্বল আৰু দাৰিদ্ৰ্য-পীড়িত জাতিৰ চৰিত্ৰ গঠন কৰা অসম্ভৱ। তদুপৰি অন্তৰৰপৰা নৱজাগৰণ এনে অৱস্থাত সম্ভৱ নহয়।

কংগ্ৰেছৰ মধ্যমপন্থী আৰু চৰমপন্থীসকলৰ মাজত যি কন্দল আৰম্ভ হৈছিল, তাৰ মূল বিষয় আছিল পন্থা লৈ। মহাৰাষ্ট্ৰত বালগঙ্গাধৰ তিলকে ভাৰতীয় পৰম্পৰাৰ পুনৰুজ্জীৱন সাধি সফল হিংস্ৰ বিদ্ৰোহৰ পাতনি মেলিব খুজিছিল। মধ্যমপন্থীসকলৰ নেতা আছিল উদাৰনৈতিকতাৰ পৃষ্ঠপোষক গোখলে। অৰবিন্দ ঘোষৰ চিন্তাধাৰা তিলকৰ চিন্তাৰ অনুকূল আছিল। 'ইন্দু প্ৰকাশ'ত প্ৰবন্ধবোৰ ওলোৱাৰ পিচত মহাৰাষ্ট্ৰৰ অন্যতম উদাৰনৈতিক নেতা মহাদেৱ গোৱিন্দ ৰানাডে শঙ্কিত হৈ পৰিল। তেওঁ দেশপাণ্ডেক ক'লে, অৰবিন্দৰ প্ৰবন্ধবোৰ বৰ উগ্ৰ হৈছে, সেইবাবে চৰকাৰৰ কোপদৃষ্টিত পৰাৰ ভয়। দেশপাণ্ডে বিমোৰত পৰিল। উপায়হীন হৈ তেওঁ অৰবিন্দলৈ এখন চিঠি দিলে। এই চিঠিত অৰবিন্দক প্ৰবন্ধবোৰৰ উগ্ৰতা কমাই দিবলৈ অনুৰোধ কৰা হৈছিল। অৰবিন্দ বৰ অসন্তুষ্ট হ'ল আৰু তেওঁ সেই প্ৰবন্ধলানি লেখা বন্ধ কৰি দিলে। ইয়াৰ পিচত তেওঁ ৰাজনৈতিক দৰ্শনৰ প্ৰবন্ধ কিছুমান লিখিছিল;

কিন্তু লাহে লাহে লেখাৰ উৎসাহ সেমেকি অহাত, তেওঁ 'ইন্দু প্ৰকাশ'ত লিখা একেবাৰে বন্ধ কৰি দিলে।

'ইন্দু প্ৰকাশ'ত ওলোৱা প্ৰবন্ধবোৰত কংগ্ৰেছ নেতৃত্বক থুকুচি সমালোচনা কৰা হৈছিল। ১৮৯৩ চনৰ ৯ আগষ্টত তেওঁৰ প্ৰথমটো প্ৰবন্ধ ওলায় আৰু ১৮৯৪ চনৰ ফেব্ৰুৱাৰী মাহ পৰ্যন্ত সেইবিলাক ধাৰাবাহিকভাৱে প্ৰকাশ হয়। সঁচা কথা ক'বলৈ গ'লে এই সময়ত কংগ্ৰেছৰ দৃষ্টি বৰ স্পষ্টও নাছিল, আৰু অৰবিন্দৰ সমালোচনা বহুলাংশ শুদ্ধ আছিল। কংগ্ৰেছৰ ত্ৰুটিৰ মূলতে আছিল আশাশুধীয়া প্ৰচেষ্টা বা চিন্তাৰ অভাৱ। এই অভাৱ থাকে মানে জঁয় পৰি যোৱা জাতিৰ চৰিত্ৰ পুনৰুদ্ধাৰ কৰা অসম্ভৱ। আধ্যাত্মিক চিন্তাবিদ হিচাপে অৰবিন্দই লক্ষ্য কৰিছিল, কংগ্ৰেছৰ ঘাই ত্ৰুটি হ'ল বহিৰ্মুখিতা। অন্তৰ্মুখী সততাৰ অভাৱৰ ফলতেই ইয়াৰ কাম-কাজবোৰত প্ৰাণ আৰু শক্তি নাছিল। হাতীৰ দৰে গাত বল আছিল যদিও সেই বল কংগ্ৰেছে ব্যৱহাৰ কৰিব নোৱৰা বাবেই ই নিশকতীয়া হৈ পৰিছিল। তদুপৰি শক্তিৰ উৎস হৈছে দেশৰ সৰ্বহাৰাসকল। সেই সৰ্বহাৰা জনতাক অজ্ঞান অন্ধকাৰৰ পিতনিৰ-পৰা উদ্ধাৰ কৰিব নোৱাৰিলে শক্তি নেজাগে, আশা প্ৰস্ফুটিত নহয় আৰু ভবিষ্যত সম্ভাৱনাময় হৈ নুঠে।

তেওঁৰ যুগৰ অন্যান্য ডেকাসকলৰ দৰে অৰবিন্দই বৈপ্লৱিক আন্দোলনৰ প্ৰতি আকৃষ্ট হয়। ১৮৮৮-৮৯ চনৰপৰাই তেওঁৰ মন গোপন বৈপ্লৱিক সংগঠন গঢ়াৰ ফালে ঢাল খায়। বৰোদাৰ ৰাজকীয় বাহিনীত সামৰিক শিক্ষা ল'বৰ বাবে তেওঁ যতীন্দ্ৰলাল বানাৰ্জী নামৰ এজন বঙালী যুৱকক নিযুক্ত কৰে আৰু এওঁৱেই শিক্ষাৰ অন্তত বঙ্গদেশলৈ গৈ গুপ্ত সংগঠন গঢ়াত লাগি যায়। সাংস্কৃতিক, বৌদ্ধিক, নৈতিক আদি বিবিধ উদ্দেশ্য লৈ এই সংগঠন-বোৰ গঢ়া হৈছিল আৰু সেইবিলাকৰ যোগেদি যুৱকসকলক সামৰিক কাৰ্যৰ বাবে প্ৰস্তুত কৰা হৈছিল। অৰবিন্দই নিজেও

এখন গুপ্ত সমাজত যোগ দিছিল আৰু ভায়েক বাৰীনকো ১৯০১ চনত তাত সুমুৱাই লৈছিল। এহাতেদি গীতা আৰু আন-হাতেদি তৰোৱাল লৈ তেওঁলোকে এইবুলি শপত খাইছিল, "যেতিয়ালৈকে মোৰ গাত জীৱন থাকে আৰু যেতিয়ালৈকে ভাৰতবৰ্ষ পৰাধীনতাৰ শৃঙ্খলমুক্ত নহয়, তেতিয়ালৈকে মই বিপ্লৱৰ কাম কৰি যাম। এই সমাজৰ কথা বা কাম-কাজ মই বাহিৰত প্ৰকাশ নকৰো আৰু ইয়াৰ কোনো অনিষ্টও নকৰো। ইয়াৰ অন্যথা হ'লে মই মোৰ জীৱন বিসৰ্জন দিবলৈও সাজু থাকিম।"

অৰবিন্দই বৰোদাত থাকিয়েই এই বিপ্লৱ-ব্ৰত গ্ৰহণ কৰিলে আৰু তাৰপৰা বঙ্গদেশ, গুজৰাট আৰু মহাৰাষ্ট্ৰত বিপ্লৱৰ কাম-কাজত নেতৃত্ব নিবলৈ ধৰিলে। ১৯০২ চনত তেওঁ বঙ্গদেশলৈ যায় আৰু তাত গুপ্ত সমাজৰ মুখ্য কৰ্মী (পি. মিটাৰকে আদি কৰি) সকলৰ লগত লক্ষ্য সম্পৰ্কে আলোচনা কৰে। ইয়াৰ ফলত তাৰ কৰ্মীসকলে ওপৰোক্ত শপত নিৰ্বিবাদে গ্ৰহণ কৰে। বঙ্গদেশত লাহে লাহে যেতিয়া আন্দোলন প্ৰৱল হৈ উঠে, তেতিয়া চৰকাৰেও সেই আন্দোলন দমন কৰিবলৈ উঠিপৰি লগাত কৰ্মীসকলে হিংসাৰ আশ্ৰয় লয়। কংগ্ৰেছৰ ভিতৰতো মধ্যমপন্থী আৰু চৰমপন্থীসকলৰ মাজত তীব্ৰ মতভেদ আৰম্ভ হয়। আহমদাবাদ কংগ্ৰেছলৈ অৰবিন্দ গৈছিল। তাতে তেওঁ মহাৰাষ্ট্ৰৰ বিখ্যাত চৰমপন্থী কংগ্ৰেছী নেতা বালগঙ্গাধৰ তিলকৰ লগত দেশৰ ভৱিষ্যত কৰ্মপন্থা সম্পৰ্কে সুদীৰ্ঘ আলোচনা কৰে। তিলকে সংস্কাৰবাদী আন্দোলনৰ প্ৰতি অতিশয় বিৰাগ প্ৰকাশ কৰিছিল।

১৯০৩ চনত অৰবিন্দই 'আপোচ হ'ব নোৱাৰে' নামৰ এখন গোপন পুস্তিকা উলিয়ায়; পুস্তিকাখন বৈপ্লৱিক সমাজৰ কৰ্মী অবিনাশে গোপনে ছপা কৰি প্ৰকাশ কৰিছিল। ১৯০৪ চনত কংগ্ৰেছৰ সভাপতি আছিল ছাৰ হেনৰী কটন। হেনৰী কটনে ভাৰতক বৃটেইনৰ উপনিবেশ কৰাৰ এখন সুচতুৰ পৰিকল্পনাৰ কথা

ঘোষণা কৰাত অৰবিন্দ জঁকি উঠে আৰু তেওঁ দেশৰ পূৰ্ণ স্বাধীনতাৰ সংকল্প ঘোষণা কৰিয়েই ক্ষান্ত নাথাকিল, লগে লগে তেওঁ 'ভবানী মন্দিৰ ইস্তাহাৰ' নামৰ এখন ঘোষণা-পত্ৰও প্ৰকাশ কৰে। এই ইস্তাহাৰত জাতীয় শক্তি-সাধনাৰ আৱশ্যকতাৰ কথা অবিচলিত স্বৰে ঘোষণা কৰে। তেওঁৰ যুক্তি আৰু ব্যক্তিত্বৰ প্ৰভাৱত পৰি চাৰুচন্দ্ৰ দত্ত আই-চি-এছে চাকৰি জলাঞ্জলি দি জাতীয়তাবাদী দলত যোগ দিলে। মহাৰাষ্ট্ৰৰ আন এজন আই-চি-এছও তেওঁৰ প্ৰভাৱত পৰিছিল, তেওঁৰ নাম হ'ল জি. ডি. মডগাওঙ্কৰ। তেওঁ অৰবিন্দৰ সংগ্ৰামৰ সংকল্পত অকুণ্ঠ সমৰ্থন আগবঢ়াইছিল।

'ভবানী মন্দিৰ মেনিফেষ্টো' জাতীয়তাবাদী আন্দোলনৰ কীৰ্তন-পুথি স্বৰূপ হৈ পৰিছিল। দেখা যায়, অৰবিন্দ এই সময়ত জাপানৰ চমৎকাৰ ৰাজনৈতিক উত্থান আৰু আধুনিকীকৰণৰ দ্বাৰা প্ৰভূতৰূপে প্ৰভাৱান্বিত হৈছিল। জাপানৰ উত্থানে অকল অৰবিন্দকে নহয়, সমগ্ৰ এছিয়াৰ জাতীয়তাবাদী দল আৰু নেতাসকলকো প্ৰৱল অনুপ্ৰেৰণা যোগাইছিল। অৰবিন্দই জাপানৰ জাতীয়-শক্তিৰ উঁহ কিহত, সেই সম্পৰ্কে গভীৰ আলোচনাত প্ৰবৃত্ত হৈছিল। উক্ত ইস্তাহাৰত তেওঁ লিখিছিল যে জাপানৰ শক্তিৰ মূল উঁহ ধৰ্মত। মিকাডো কেৱল এজন প্ৰাণহীন সম্ৰাট নহয়, মিকাডো হ'ল সমগ্ৰ জাপান দেশৰ জাতীয়-শক্তিৰ মূৰ্তিমান প্ৰতীক। এই অপূৰ্ব জাতীয় একতা আৰু শক্তিৰ ভাৱ জাপানে শ্বিণ্টো ধৰ্মৰপৰা পাইছিল। ডায়োমিৰ বেদান্ত দৰ্শনেও তেওঁলোকক একতাৰ শিক্ষা দিছিল। এই শিক্ষা আৰু শক্তিৰ বলতে জাপানো অতি সোনকালে সংগঠিত আৰু শৃঙ্খলাযুক্তভাৱে পশ্চিমীয়া জ্ঞান আৰু বিজ্ঞান আহৰণ কৰি গাণ্ডীৱধাৰী অৰ্জুনৰ দৰে অজেয় পৌৰুষৰ অধিকাৰী হৈ পৰে।

উক্ত ইস্তাহাৰত অৰবিন্দই স্পষ্টভাৱে ভাৰতৰ মূল দুৰ্বলতাৰ কথা আঙুলিয়াই দিছিল। তেওঁ কৈছিল, ভাৰতৰ নৈতিক, দৈহিক,

মানসিক আৰু এই সকলোবোৰৰে পৰিপোষক আধ্যাত্মিক শক্তিৰ একান্ত অভাৱ। আধ্যাত্মিক শক্তি হ'ল ইবোৰ শক্তিৰ অক্ষয় আৰু অব্যয় ভাণ্ডাৰ। জাপানে এই শক্তিৰ বলতেই ইবোৰ শক্তি অৰ্জন কৰিছে। গতিকে ভাৰতবৰ্ষয়ো শক্তিৰ সাধনা কৰিব লাগিব। শক্তিধৰ জাতিৰ উত্থান অনিবাৰ্য। শক্তিহীন জাতিৰ সপোন কেতিয়াও দিঠকত পৰিণত হ'ব নোৱাৰে। তেনে জাতিৰ হাত থাকিলেও হাতুৰী মাৰিব নোৱাৰে, ভৰি থাকিলেও খোজ কাঢ়িব নোৱাৰে। এনে পঙ্গু জাতি একো সাধনাৰ বাবে উপযুক্ত নহয়।

অৰবিন্দ কংগ্ৰেছৰপৰা সম্পূৰ্ণ আঁতৰি যোৱা নাছিল; কিন্তু এই অনুষ্ঠানৰ সাধনাত কি ক্ৰটি আছিল, তালৈ আঙুলিয়াই দিছিল। এই কাৰণে তেওঁ কংগ্ৰেছৰ নেতাসকলৰো শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। ১৯০৫ চনত বাৰাণসী কংগ্ৰেছত এই কথা স্পষ্টভাৱে প্ৰতীয়মান হৈছিল। অৰবিন্দ তালৈ গৈছিল; তাৰ বাহিৰত অৰবিন্দৰ লগত নেতাসকলে স্বাধীনতাৰ আন্দোলন শক্তিশালী কৰাৰ সম্পৰ্কে নানান আলোচনা কৰিছিল।

১৯০৫ চনৰ অক্টোবৰ মাহত বঙ্গ ভঙ্গ হয়; আৰু তাৰ লগে লগে সমগ্ৰ বঙ্গদেশৰ আবাল-বৃদ্ধ-বনিতা জঁকি উঠে। 'বন্দে মাতৰম্' মন্ত্ৰ মুখত লৈ স্বেচ্ছাসেৱকসকলে স্বদেশী আন্দোলন আৰম্ভ কৰে আৰু চৰকাৰে ভয় খাই সেই মন্ত্ৰ উচ্চাৰণ নিষেধ কৰি দিয়ে। অৰবিন্দ তেতিয়াও বৰোদা ৰাজ্যৰ চাকৰিতে আছিল। কিন্তু এই জনজাগৰণে তেওঁৰ চকু খুলি দিলে। তেওঁ বুজি পালে, এতিয়া আৰু চাকৰি কৰি থাকিবৰ সময় নাই। তেওঁ এইবাৰ বৰোদাৰপৰা বিদায় লৈ বঙ্গদেশলৈ আহিল আৰু স্বাধীনতা সংগ্ৰামৰ বাবে আঁচনি তৈয়াৰ কৰিলে। বঙ্গদেশৰ অখণ্ডতা প্ৰতিষ্ঠা হোৱাৰ পিচতো এই আন্দোলন চলি থাকিল।

১৯০৬ চনৰ ১৪ এপ্ৰিলৰ দিনা বৰিশালত ৰাজনৈতিক সম্মিলন হৈছিল। অৰবিন্দই এই সম্মিলনত যোগদান কৰি বঙ্গদেশৰ

বিখ্যাত নেতা বিপিনচন্দ্ৰ পাল আৰু বি. চি. চেটাৰ্জীৰ লগত এটা প্ৰকাণ্ড শোভাযাত্ৰাত যোগ দি জনসাধাৰণৰ মাজত প্ৰবল জাগৰণ আনে। এই সম্মিলনখন বৃটিছ চৰকাৰে নিষিদ্ধ কৰি ছপতীয়াতে নাশ কৰিব খুজিছিল, কিন্তু তেওঁলোকৰ এই অপচেষ্টা ৰাইজে ব্যৰ্থ কৰি দিলে। শোভাযাত্ৰাৰ ওপৰতো পুলিচে লাঠীৰে প্ৰহাৰ কৰি কেইবাজনো লোকক ঘুণীয়া কৰিছিল। তথাপি ৰাইজৰ মনোবল অটুট ৰ'ল। ইয়াৰ পিচত অৰবিন্দই বিপিন পালৰ সৈতে গোট খাই বঙ্গদেশৰ জিলাই জিলাই জাগৰণী সভা পাতিছিল। এখন জিলাত চৰকাৰে সভা নিষিদ্ধ কৰি দিয়া সত্বেও তেওঁলোকে সভা পাতি বিৰাট জনসমাবেশৰ আগত বক্তৃতা দি সাম্ৰাজবাদী শক্তিক পৰাভূত কৰিছিল।

কিন্তু সভা-সমিতিতকৈও সংবাদ-পত্ৰৰ যোগেদিহে অৰবিন্দই তেওঁৰ নতুন ভাবধাৰা প্ৰচাৰ কৰিছিল। ১৯০৬ চনৰ মাৰ্চ মাহত বাৰীনৰ পৰামৰ্শ মতে 'যুগান্তৰ' নামৰ এখন সাপ্তাহিক পত্ৰিকা প্ৰকাশিত হয়। এই পত্ৰিকাখন বঙ্গলা ভাষাত এখন যুগান্তকাৰী পত্ৰিকা। এই পত্ৰিকাখনে খোলাখুলিভাৱে বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব লাগে বুলি প্ৰচাৰ কৰিছিল আৰু গৰিলা যুদ্ধৰো শিক্ষা আগবঢ়াইছিল। এই পত্ৰিকাৰ নিয়ন্ত্ৰণত অৰবিন্দৰ যথেষ্ট হাত আছিল আৰু ভালেমান মৌলিক প্ৰবন্ধ লিখি পৰাধীন জাতিৰ মাজত নতুন চেতনাৰ সঞ্চাৰ কৰিছিল। এনে এখন পত্ৰিকা সোনকালেই যে ৰাজৰোষত পৰিব, তাত আৰু আচৰিত হ'বলগীয়া কি আছে? স্বামী বিবেকানন্দৰ এজন ভায়েক সেই পত্ৰিকাৰ সহকাৰী সম্পাদক আছিল। এদিন তেওঁৰ বিৰুদ্ধে কাছাৰীত অভিযোগ উঠিল। 'যুগান্তৰ'ৰ পৰিচালকসকলে এই মোকৰ্দমাত অংশ ল'বলৈ অমান্তি হৈ স্পষ্টভাৱে ক'লে—যিহেতু এই কাকতে বৃটিছ বিচাৰালয়ক স্বীকৃতি নিদিয়ে, সেই হেতুকে এই কাকতৰ কোনো লোকে বৃটিছ বিচাৰালয়ত থিয় হৈ নিজকে ৰক্ষাও নকৰে।

এই সিদ্ধান্তৰ ইঙ্গিত স্পষ্ট। বৃটিছ চৰকাৰৰ সম্পূৰ্ণ বিৰোধিতাই আছিল অৰবিন্দহঁতৰ আচল লক্ষ্য। উক্ত কৰ্মীসকলৰ ভিতৰত অৰবিন্দৰ চিন্তাধাৰাই সকলোতকৈ আগবঢ়া আছিল। ভাৰতবৰ্ষত যিসকলে পূৰ্ণ স্বৰাজৰ আন্দোলন লাগে বুলি কৈছিল, সেইসকলৰ ভিতৰত অৰবিন্দ হ'ল মুখ্য প্ৰবক্তা। ভাৰতবৰ্ষৰ ৰাজনৈতিক সাধনাৰ লক্ষ্য হ'ল এয়ে। ইয়াৰ উপৰিও তেওঁ স্বদেশী বস্তুৰ ব্যৱহাৰ, বিদেশী বস্তু বৰ্জন, অহিংস অসহযোগ, জাতীয় শিক্ষা-ব্যৱস্থাৰ প্ৰৱৰ্তন, ৰাজহুৱা চালিচীৰ যোগেদি আইনৰ বিবাদ মীমাংসা আদি কিছুমান ৰাজনৈতিক কৰ্মৰ আঁচনি উদ্ভাৱনা কৰি ৰাইজক আৰু নেতাসকলক নতুন পথ প্ৰদৰ্শন কৰিছিল। কংগ্ৰেছৰ আন্দোলনৰ ইতিহাস বিশ্লেষণ কৰি চালে দেখা যায়, এইবিলাক আঁচনিকে সাৰোগত কৰি এই অনুষ্ঠানে ভবিষ্যতে দেশৰ মাজত তীব্ৰ জন-জাগৰণৰ সৃষ্টিৰ দ্বাৰা স্বাধীনতাৰ আন্দোলন জীৱন্ত কৰি ৰাখিছিল। ইয়াৰপৰাই আমি অৰবিন্দৰ উদ্ভাৱনী শক্তি আৰু ৰাজনৈতিক অন্তদৃষ্টিৰ কথা জানিব পাৰো।

অৰবিন্দক এদিন বিপিনচন্দ্ৰ পালে তেওঁ ন-কৈ উলিওৱা 'বন্দে মাতৰম্' নামৰ খবৰ কাগজখন সম্পাদনা কৰিবৰ বাবে অনুৰোধ জনালে। অৰবিন্দ তেতিয়া কলিকতাৰ জাতীয় কলেজৰ (আজিৰ যাদৱপুৰ বিশ্ববিদ্যালয়) অধ্যক্ষ। কলেজখন জাতীয় শিক্ষা পৰিষদৰ পৃষ্ঠপোষকতাত জাতীয় শিক্ষা প্ৰৱৰ্তনৰ উদ্দেশ্যে গঢ়ি উঠিছিল। অৰবিন্দই ততালিকে সম্মতি জনালে। তেওঁ কলিকতাৰ প্ৰায়বোৰ জাতীয় নেতাকে গোট খুৱাই কাকতখনক তেওঁলোকৰ মুখপত্ৰ হিচাপে গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। নেতাসকলে অকুণ্ঠচিত্তে এই পৰামৰ্শ মানি ললে আৰু তাত সহযোগিতা আগবঢ়ালে। এই কাকতৰ সম্পাদনাৰ ভাৰ আছিল অৰবিন্দৰ; কিন্তু তেওঁৰ নাম কাকতত প্ৰকাশ কৰা হোৱা নাছিল। এই কাকতে প্ৰতিষ্ঠিত চৰকাৰৰ বিৰুদ্ধে সংগ্ৰামত প্ৰবৃত্ত হ'ব লগা হোৱা বাবে সততে জীৱন-মৰণৰ

সংগ্ৰামত প্ৰবৃত্ত হৈছিল, আৰু দুবছৰৰ মূৰত ই মৃত্যুৰ মুখত পৰে। এটা চোকা সম্পাদকীয় লেখাৰ ফলত সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰ জাগি উঠে, আৰু তেওঁলোকে কাকতখন বন্ধ কৰি দিয়ে। অৱশ্যে আৰ্থিক দুৰৱস্থাত পৰাত কাকতখন এনেয়েও বন্ধ হওঁ হওঁ হৈছিল; কিন্তু চৰকাৰৰ শতুৰালিয়ে ইয়াৰ মৰণ চমুৱাই আনিলে। কাকতখন আৰম্ভ হৈছিল ১৯০৬ চনৰ ৬ এপ্ৰিলত। বন্ধ হ'বৰ সময়ত অৰবিন্দ আলিপুৰ জেলত বন্দী।

কেনেকৈ বন্দী হ'ল তাক বিৱৰি নক'লে বুজা টান হ'ব। অৰবিন্দহঁতৰ মানিকতলাত পৈতৃক ঘৰ-দুৱাৰ আছিল। তাতে বাৰীন থাকিবলৈ ললে আৰু ঘৰটো সম্পূৰ্ণৰূপে সন্ত্ৰাসবাদী কাৰ্য-কলাপৰ কাৰণে শিক্ষালয় কৰি পেলালে। ইয়াত গীতা, যোগ আৰু মুক্তি আন্দোলনৰ শিক্ষা দানৰ লগে লগে হাতবোমাও তৈয়াৰ হৈছিল। অৰবিন্দ এইবোৰৰ লগত প্ৰত্যক্ষভাৱে জড়িত নাছিল আৰু তেওঁ সন্ত্ৰাসবাদী কাৰ্য-কলাপতকৈ জাতীয় সামৰিক বিদ্ৰোহৰ পন্থাতহে অধিক আস্থা ৰাখিছিল। অৰবিন্দই জাতীয় কলেজৰপৰা মাহিলি ১৫০ টকা দৰমহা পাইছিল আৰু তাৰে তেওঁ গ্ৰে ষ্ট্ৰীটত বাস কৰি বেলেগে চলিছিল।

এদিন কলিকতাৰ প্ৰেসিডেন্সী মেজিষ্ট্ৰেট কিংচফৰ্ডে এটি অমানুষিক কাণ্ড কৰি পেলালে। সুশীল সেন নামৰ এটা পোন্ধৰ বছৰীয়া ল'ৰাক নিজৰ সন্মুখত ৰাখি তেওঁ এনেকৈ বেত মৰালে যে তাৰ তৎমুহূৰ্ততে চেতনা হৰণ হ'ল আৰু অৰ্দ্ধমৃতপ্ৰায় হৈ মাটিত পৰি গ'ল। কিংচফৰ্ডৰ এই অমানুষিক ব্যৱহাৰৰ কাৰণ বিপ্লৱীসকলৰ প্ৰতি থকা তেওঁৰ বিদ্বেষ। বৃটিছ বিষয়া, বিচাৰক, কৰ্মচাৰী সকলোৱেই তেতিয়া ভয়ত থৰহৰি কম্পমান হৈছিল। অনুশীলন গোষ্ঠীৰ ল'ৰা এটাক এনেকৈ ব্যৱহাৰ কৰাত তেওঁলোক জ্বলি-পকি উঠিল। ক্ষুদিৰাম বসু আৰু প্ৰফুল্ল চাকিয়ে এই অত্যাচাৰৰ উপযুক্ত প্ৰতিশোধ লবলৈ সংকল্প গ্ৰহণ কৰিলে। এই সংকল্প অকল তেওঁলোকৰে

নাছিল, সকলো বিপ্লৱীয়েই বৃটিছ বিতাৰণৰ সংকল্পৰে অঙ্গ বুলি ইয়াক গ্ৰহণ কৰিলে। কিংচফৰ্ডেও পৰিণামৰ কথা ভাবি কলিকতাৰ পৰা মজঃফৰপুৰলৈ বদলি হৈ ল'লে। কিন্তু খুদিৰাম আৰু প্ৰফুল্লই তেওঁৰ পিচ নেৰিলে। ১৯০৮ চনৰ ৩০ এপ্ৰিলৰ দিনা মজঃফৰপুৰ ইউৰোপীয় ক্লাবৰপৰা কিংচফৰ্ড ওলাই অহালৈ বাট চাই দুয়ো সুচল ঠাইত সাজু হৈ ৰ'ল। কিছুপৰৰ মূৰত এখন গাড়ী ওলাই আহিল। তাতে কিংচফৰ্ড আছে বুলি ভাবি দুয়ো বোমা মাৰিলে। দুৰ্ভাগ্য-বশতঃ গাড়ীখনৰ ভিতৰত কিংচফৰ্ড নাছিল; আৰোহী দুগৰাকী আছিল মিছেছ কেনেডী আৰু তেওঁৰ জীয়েক। বোমাত দুয়োৰে তৎমুহূৰ্তে দেহান্ত ঘটিল। কিংচফৰ্ড বাচি গ'ল। এই খবৰ কলিকতা পোৱাৰ লগে লগে অৰবিন্দৰ গা চেবালে আৰু তেওঁ বাৰীনক মানিকতলাৰ বাৰী-ঘৰৰপৰা সকলো কৰ্মী আৰু বোমা আদি তৎক্ষণাৎ স্থানান্তৰ কৰিবলৈ উপদেশ দিলে। বাৰীনে মানুহবোৰ নিলে; কিন্তু বোমা আদি বস্তু সম্পূৰ্ণৰূপে আঁতৰ কৰিব নোৱাৰিলে।

১৯০৮ চনৰ ২ মে' তাৰিখে মাজৰাতি পুলিচে গৈ ঘৰ খানাতালাচ কৰি বাৰীৰপৰা বোমা আৰু প্ৰজ্বালক বস্তু কিছুমান উদ্ধাৰ কৰিলে। লগে লগে বাৰীন আৰু তেওঁৰ জনদিয়েক লগৰীয়াক পুলিচে গ্ৰেপ্তাৰ কৰিলে। ইয়াৰ পিচতে চৰকাৰে অৰবিন্দৰ গাতো হাত দিলে। ১৯০৮ চনৰ ৩ মে' তাৰিখে পুৱা গ্ৰে ষ্ট্ৰীটৰ ঘৰৰপৰা তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰি নি লালবাজাৰৰ পুলিচ থানা পোৱালেগৈ আৰু তাৰপৰা ৫ মে'ৰ দিনা আলিপুৰ জেললৈ নিলে। এই জেলত তেওঁ ১৯০৯ চনৰ ৬ মে'লৈকে থাকিব লগা হয়।

বিখ্যাত আলিপুৰ বিচাৰৰ কথা বৰ্ণোৱাৰ আগতে বন্দে মাতৰমৰ প্ৰসঙ্গলৈ ঘূৰি আহোঁ। বন্দে মাতৰম্ বন্ধ হৈ গ'ল। লগে লগে মিছেছ কেনেডীৰ হত্যাকাণ্ডৰ সুযোগ লৈ চৰকাৰে ব্যাপক দমন কাৰ্য আৰম্ভ কৰিলে। চৰকাৰে অৰবিন্দক এই হত্যাকাণ্ডৰ লগত

জড়িত কৰিবলৈ ধৰাত ৰাইজ জকি উঠিল; কাৰণ, তেওঁলোকৰ দৃঢ় বিশ্বাস, অৰবিন্দ এই কামৰ লগত জড়িত নাছিল।

প্ৰকৃতপক্ষে অৰবিন্দই সন্ত্ৰাসবাদী দলৰ বিচ্ছিন্ন হিংস কাৰ্যৰ সমৰ্থন কৰাৰ কোনো প্ৰমাণ নাই। এই সময়ত তেওঁ কংগ্ৰেছক উগ্ৰপন্থী কৰাৰ ওপৰতে বিশেষ গুৰুত্ব আৰোপ কৰিছিল। কলিকতাত বহা কংগ্ৰেছ অধিবেশনত সেইবাৰ দাদাভাই নৌৰজী সভাপতি আছিল। দাদাভাই নৌৰজী আছিল মধ্যমপন্থী উদাৰ-নৈতিক নেতা। কিন্তু তেওঁৰ সভাপতিত্বতেই কংগ্ৰেছে ঘাইকৈ অৰবিন্দৰ দৰে জাতীয়তাবাদীসকলৰ হেঁচাত পৰি, স্বৰাজৰ প্ৰস্তাৱ গ্ৰহণ কৰিব লগা হ'ল। জাতীয়তাবাদীসকলৰ মতে স্বৰাজৰ লক্ষ্য হ'ল ইংলণ্ডৰ ইংলণ্ডবাসীৰ দৰে বা যুক্তৰাষ্ট্ৰত মাৰ্কিন প্ৰজাৰ দৰে ভাৰতবৰ্ষতো ভাৰতীয় প্ৰজা বিদেশী আধিপত্যৰপৰা মুক্ত হ'ব লাগিব। কিন্তু মধ্যমপন্থীসকলে তেতিয়াও 'উপনিবেশিক স্বায়ত্ত-শাসন'হে বিচাৰি আছিল।

অৰবিন্দৰ মতামত চোকা আছিল যদিও বৃটিছ চৰকাৰে তেওঁক শলঠেকত পেলাবৰ বাবে কোনো সুযোগেই পোৱা নাছিল; মানিকতলাৰ ঘৰত বোমাৰ কাৰখানা ওলোৱাত চৰকাৰে সেই সুযোগ পাই গ'ল। ইয়াৰ আগতে বন্দে মাতৰমত 'সম্পাদকলৈ চিঠি'ৰ শিতানত ওলোৱা এখন চিঠিৰ অজুহাতত এবাৰ বিপিন পাল আৰু অৰবিন্দ উভয়ৰে বিৰুদ্ধে চৰকাৰে গোচৰ তৰিছিল। কিন্তু বিপিন পালে সম্পাদকৰ নাম প্ৰকাশ কৰিবলৈ ৰাজী নোহোৱা বাবে অৰবিন্দ সেই যাত্ৰাত সাৰি গ'ল আৰু বিপিন পালৰ ছমাহ জেল হ'ল।

১৯০৭ চনৰ ভিতৰত অৰবিন্দৰ ৰাজনৈতিক জীৱনৰ আৰু কেইটামান ঘটনা বিশেষভাৱে উল্লেখযোগ্য। এই কালছোৱাৰ ভিতৰত মেদিনীপুৰত বঙ্গীয় প্ৰাদেশিক ৰাজনৈতিক সন্মিলন আৰু চুৰাটত জাতীয় কংগ্ৰেছ এমাহ আগ-পিছাকৈ বহে। ইয়াৰ পিচত

হুগলীত বহা ৰাজনৈতিক সন্মিলনতো তেওঁ ভাগ লয়। এই আটাইকেউখন সন্মিলনত তেওঁ পূৰ্ণ-স্বৰাজ আৰু পূৰ্ণ বিশ্ববীক্ষাৰ প্ৰয়োজনীয়তাৰ ওপৰত অধিক জোৰ দিয়ে। তেওঁ প্ৰাদেশিক ৰাজনৈতিক সন্মিলনত কৈছিল, "আমাৰ আন্দোলনৰ পৰিচালিকা বস্তু হৈছে দিব্য শক্তি। যুগ-ধৰ্মই বৰ্তমান সন্ধিক্ষণৰ উপযোগী এটি প্ৰয়োজনীয় শক্তিশালী আন্দোলনৰ জন্ম দিব খুজিছে। এই আন্দোলন হৈছে এছিয়াৰ নৱজাগৰণ। ভাৰতৰ নৱজাগৰণ ইয়াৰ অংশবিশেষেই নহয়, তাৰ মূল প্ৰয়োজনো। ভাৰত হৈছে তোৰণৰ ঘাই থলী ; আমাৰ উমৈহতীয়া এছিয়াৰ ভাগ্যৰ ঘাই উত্তৰাধিকাৰী। এই ঋষিৰ দেশত স্বাধীন ঐক্যবদ্ধ ভাৰতবৰ্ষৰ জন্ম হৈছে; এটা মহৎ সভ্যতাৰ আধ্যাত্মিক শক্তিয়ে ইয়াক পৰিচালিত কৰিছে।"

এই উক্তিৰপৰা বুজিব পাৰি, অৰবিন্দৰ আগৰ ছোৱাৰ ৰাজনৈতিক জীৱন আৰু পিচৰ ছোৱাৰ আধ্যাত্মিক সাধনাৰ মাজত যোগসূত্ৰ ক'ত। সেই কালৰ প্ৰায়বোৰ ৰাজনৈতিক নেতাই ভাৰতবৰ্ষৰ আধ্যাত্মিক শক্তিয়েই নৱজাগৰণৰ মূল চালিকা-শক্তি বুলি বিবেচনা কৰিছিল। আন কি মহাত্মা গান্ধীয়েও কৈছিল, ৰাজনৈতিক মুক্তি আধ্যাত্মিক মুক্তিৰ এটি সোপানহে। অৰবিন্দৰ মানতো দেশৰ মুক্তিৰ অৰ্থ আধ্যাত্মিকহে। বৰং তেওঁক এই চিন্তাধাৰাৰ উজ্জ্বলতম প্ৰতিভূ বুলি বিবেচনা কৰিব পাৰি।

জেলত পৰাৰ আগতে অৰবিন্দৰ জীৱনৰ আৰু এটা উল্লেখযোগ্য ৰাজনৈতিক ঘটনা ঘটিছিল চুৰাট কংগ্ৰেছত। চুৰাট কংগ্ৰেছত মধ্যমপন্থী দলে পূৰ্ণ স্বৰাজৰ লক্ষ্য গ্ৰহণ কৰিবলৈ অমান্তি হয়। সভাপতি নিৰ্বাচনক কেন্দ্ৰ কৰি দুয়ো পক্ষৰ মাজত কন্দল আৰম্ভ হৈছিল। মধ্যমপন্থীসকলৰ হৈ সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে ডাঃ ৰাসবিহাৰী বসুৰ নাম প্ৰস্তাৱ কৰে আৰু চৰমপন্থীসকলৰ হৈ বালগঙ্গাধৰ তিলকে লালা লাজপত ৰায়ৰ নাম উত্থাপন কৰে। অৰবিন্দই তিলকৰ পক্ষ গ্ৰহণ কৰিছিল, কিয়নো, চৰমপন্থীসকলে পূৰ্ণ স্বৰাজৰ

লক্ষ্য পূৰণৰ পথ সেয়ে বুলি ভাবিছিল। দুৰ্ভাগ্যবশতঃ মধ্যমপন্থী-সকলে তিলকৰ প্ৰস্তাৱত অসন্তুষ্ট হৈ তেওঁক মঞ্চৰ ওপৰতে আক্ৰমণ কৰিবলৈ গ'ল। এনে অৱস্থাত অৰবিন্দই তেওঁৰ পক্ষৰ জাতীয়তাবাদী-সকলক কংগ্ৰেছ সভা ভঙ্গ কৰিবৰ বাবে চৰম নিৰ্দেশ দান কৰে। ইয়াৰ ফলত হুলস্থুলৰ সৃষ্টি হ'ল আৰু মধ্যমপন্থীসকলে পুলিচ মাতিহে সভাত শান্তি স্থাপন কৰিবলৈ সমৰ্থ হয়।

এইবিলাক ঘটনাত অৰবিন্দৰ ভূমিকা বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁ ৰাজনীতিত চৰম পন্থা গ্ৰহণ কৰিবলৈ কুণ্ঠিত নাছিল আৰু দেশৰ মুক্তিৰ বাবে অকল অহিংস পন্থাকে একমাত্ৰ পন্থা বুলি গ্ৰহণ নকৰিছিল। বৰং হিংস আৰু অহিংসৰ মিশ্ৰিত পন্থাহে শুদ্ধ পন্থা বুলি তেওঁ অকাতৰে মানি লৈছিল।

অৰবিন্দৰ নিজৰ বিবৃতিৰপৰা ভালদৰে জনা যায়, অৰবিন্দই বঙ্গদেশলৈ আহি সকলো ৰাজনৈতিক কাম সঙ্গোপনে কৰিছিল আৰু পত্ৰিকাত যিবোৰ প্ৰবন্ধ লিখিছিল সেইবোৰত এনে কৌশলেৰে ভাষাৰ প্ৰয়োগ কৰিছিল যে চৰকাৰে তাত ছিদ্ৰ বিচাৰি পোৱা নাছিল। ভবানী মন্দিৰ ইস্তাহাৰত তেওঁ গুপ্ত আন্দোলনৰ কল্পনা কৰিছিল যদিও সেই আন্দোলন তেওঁৰ ভায়েক বাৰীনে কৰা ধৰণেৰে সন্ত্ৰাসবাদী হ'ব বুলি তেওঁ ভবা নাছিল। অৱশ্যে তেওঁ কংগ্ৰেছ অনুষ্ঠানত চৰমপন্থী দলৰ বিজয় কামনা কৰিছিল আৰু তাৰ কাৰণে তিলকৰ লগত মিত্ৰতা স্থাপনৰ উপৰিও জাতীয়তাবাদী দল গঠন কৰি লৈছিল। কলিকতাৰ কংগ্ৰেছত পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ গৃহীত হোৱাৰ মূলতে এই দলৰে কাৰ্য-কলাপ আছিল। ঠিক সেইদৰে চুৰাট কংগ্ৰেছত ঘটা চৰম আৰু নৰমপন্থীদলৰ সংগ্ৰামতো এই দলেই বৈপ্লৱিক ভূমিকা গ্ৰহণ কৰিছিল। চুৰাট কংগ্ৰেছত মধ্যমপন্থীসকলে ক্ষমতা দখল কৰিবলৈ ব্যৰ্থ হৈ এখন স্বকীয়া বিশেষ অধিবেশন পাতি কংগ্ৰেছৰ সংবিধানৰ পৰিবৰ্তন সাধিব খুজিছিল। চৰমপন্থী-সকল বিচ্ছিন্ন হৈ পৰাৰ আশঙ্কাই দেখা দিছিল আৰু চৰকাৰেও

তেওঁলোকৰ শক্তি মষিমূৰ কৰিবৰ বাবে শক্তি বিচাৰি ফুৰিছিল। অৰবিন্দই স্পষ্টভাৱে দেখা পাইছিল, তেওঁৰ আঁচনি গ্ৰহণ কৰিবৰ বাবে দেশ তেতিয়াও প্ৰস্তুত নহয়। এনে অনুভৱ হোৱাৰ ফলতেই তেওঁ লাহে লাহে আধ্যাত্মিক সাধনাৰ প্ৰতি আকৃষ্ট হৈছিলনেকি তাক ভাবি চাবলগীয়া।

আলিপুৰৰ জেলবাস, আলিপুৰ বন্দীৰ বিচাৰ আৰু অৰবিন্দৰ বৃটিছ-ভাৰত ত্যাগ, এইকেইটা ঘটনা পিচৰ দুবছৰৰ ভিতৰত ঘটিছিল। এই ঘটনাৱলীৰ বিশ্লেষণ কৰিলেহে আমি স্পষ্টভাৱে ধৰিব পাৰিম অৰবিন্দৰ জীৱনত ঘটা নাটকীয় পৰিবৰ্তনৰ প্ৰকৃত কাৰণ কি?

# পাঁচ

অৰবিন্দৰ বিচাৰে সমগ্ৰ ভাৰতবৰ্ষতে তীব্ৰ আলোড়ন তুলিলে। এই বিচাৰত আচামী আছিল ৪৯ জন, সাক্ষী আছিল ২০৬ জন, আৰু উভয় পক্ষৰে নথি হৈছিলগৈ ৬০০খন। গুচৰীয়া পক্ষই বোমা, ৰিভলভাৰ, খাৰ-বাৰুদ, বিস্ফোৰক, ফিউজ, বিষাক্ত এচিদ আদিকে ধৰি সৰ্বমুঠ ৫,০০০ বস্তু প্ৰদৰ্শন কৰিছিল। গোচৰ চলি থকা কালত নৰেন্দ্ৰ গোস্বামী নামৰ এজন অভিযুক্ত কয়দী চৰকাৰী পক্ষৰ সাক্ষী হ'বলৈ সন্মত হোৱাত বিদ্ৰোহী পক্ষৰ লোক কানাই দত্ত আৰু সত্যেন্দ্ৰ বসুৱে তেওঁক ৰিভলভাৰেৰে গুলীয়াই হত্যা কৰিলে। ফলত চৰকাৰে কানাইলাল দত্তক জেলৰ ভিতৰতে ফাঁচী দিলে। অকল সেয়ে নহয়, বিচাৰৰ আন কিছুমান মন কৰিবলগীয়া দিশো আছে। বিচাৰক এডিশ্যনেল ছেছনচ্ জজ চি. বি. বীচক্ৰফট্ অৰবিন্দৰ সহপাঠী আছিল; কিংচ কলেজত দুয়ো একেলগে পঢ়িছিল আৰু পঢ়া-শুনাত সমানে কৃতিত্ব প্ৰদৰ্শন কৰিছিল। গ্ৰীক পৰীক্ষাত অৱশ্যে অৰবিন্দই বীচক্ৰফটতকৈ অধিক নম্বৰ পাই উত্তীৰ্ণ হৈছিল। এই বিচাৰত এজন সহপাঠী বিচাৰক, আনজন সহপাঠী আচামী। এজন এজলাচত বহি আছিল, আনজন ঘন তাঁৰৰ বেৰাৰ ভিতৰত খোলা বেয়নেটধাৰী পুলিচৰ দ্বাৰা পৰিবেষ্টিত হৈ আচামী কাঠগড়াত থিয় দি আছিল। গুচৰীয়া পক্ষৰ উকীল আছিল ইয়াৰডলী নৰ্টন। তেওঁ ব্ৰীফকেচত পাঁচ-কুঠৰীয়া খঁজা ৰিভলভাৰ এটা সুমুৱাই লৈহে ক'ৰ্টত ওকালতি কৰিবলৈ সাহ কৰিছিল। আচামী পক্ষৰ উকীল আছিল দেশবন্ধু চিত্তৰঞ্জন দাশ। তেওঁ বঙ্গদেশৰ বিখ্যাত উকীল, কবি আৰু ত্যাগী লোকনেতা। গুচৰীয়া পক্ষই অৰবিন্দক দোষী সাব্যস্ত কৰিবৰ বাবে আপ্ৰাণ যত্ন কৰিছিল আৰু সেই কথা বিচাৰকে

তেওঁৰ বিচাৰৰ আগকথাত উন্মুকিয়াই গৈছিল। অৰবিন্দ কাঠগড়াত উঠাৰ লগে লগে বিচাৰে ৰূপ সলাবলৈ বাধ্য হ'ল। ৰাইজে তেওঁক আৰু তেওঁৰ লগৰীয়াসকলক ৰক্ষা কৰিবৰ বাবে উঠি-পৰি লাগিছিল আৰু সেই কাৰণে বিচাৰ দীঘলীয়া হ'বলৈ বাধ্য হৈছিল।

বিচাৰকৰ আগত অৰবিন্দই এটি অতি জ্ঞানগৰ্ভ অথচ আত্মৰক্ষা-মূলক বিবৃতি দিছিল। তেওঁ বিবৃতি নিজে পাঠ কৰা নাছিল, তেওঁৰ হৈ চিত্তৰঞ্জন দাশে পাঠ কৰিছিল। এই বিবৃতিত তেওঁ কৈছিল ঃ

"মোৰ বিৰুদ্ধে তৰা এই গোটেই গোচৰৰ সাৰমৰ্ম এটাই। যদি দেশৰ মুক্তিৰ আদৰ্শ প্ৰচাৰ কৰা বাবে মোৰ আইনসঙ্গত জগৰ হৈছে, তেন্তে মই জগৰীয়া। যদি মুক্তিৰ আদৰ্শ প্ৰচাৰ কৰাটোৱেই জগৰ তেন্তে, মই সেই কাম কৰিছো বুলি স্বীকাৰ কৰিছোঁ। এই কাম নাই কৰা বুলি মই ক'ব নোৱাৰো। মই পশ্চিম মহাদেশৰ ৰাজনৈতিক আদৰ্শসমূহকে গ্ৰহণ কৰিছোঁ আৰু এই আদৰ্শসমূহৰ লগত বেদান্তৰ অমৰ শিক্ষাৰ সমন্বয় সাধিছোঁ। মোৰ অনুভৱ হৈছিল, দেশক এই আদৰ্শ শিক্ষা দিবলৈকে মোৰ গাত ভাৰ পৰিছে আৰু বিশ্বৰ জাতিসমূহক এই শিক্ষা দিয়াৰ দায়িত্বও ভাৰতেই সাধন কৰিব লাগিব। যদি এইটোৱেই মোৰ জগৰ তেন্তে মোক শৃঙ্খলিত কৰক আৰু জেল দিয়ক। মই কেতিয়াও আপোনাৰ আগত সেই দোষ নাই কৰা বুলি নকওঁ। এনে আদৰ্শ প্ৰচাৰৰ বাবে আইনৰ কোনো ধাৰাতে মোক আপুনি জগৰীয়া কৰিব নোৱাৰে। আনহাতে যিবিলাক কামৰ বাবে মোক জগৰীয়া কৰা হৈছে, সেইবিলাক কাম প্ৰমাণ কৰিবৰ বাবে কোনো নথিগত সাক্ষ্য নাই। তদুপৰি এনেবোৰ কামৰ লগত মোৰ লেখা আৰু আদৰ্শৰ বিন্দুমাত্ৰও সামঞ্জস্য নাই; সাক্ষ্যত যি মনোভাৱৰ কথা কোৱা হৈছে, সেই মনোভাৱৰ লগতো মোৰ লেখা আৰু আদৰ্শৰ বিন্দুমাত্ৰও সম্পৰ্ক নাই।"

এই বিবৃতি পাঠ কৰাৰ পিচত দেশবন্ধু দাশে আদালতক সম্বোধন কৰি গম্ভীৰভাৱে কৈছিল:

"আপোনালোকে অনুগ্ৰহকৈ শুনক। যিজন মানুহক আজি দোষসমূহৰ বাবে দায়ী কৰা হৈছে, সেইজন মানুহ অকল এই বিচাৰালয়ৰ কাঠগড়াতে থিয় দিছেহি বুলি আপোনালোকে নেভাবিব, তেওঁ ইতিহাসৰ ন্যায়ালয়ৰ কাঠগড়াতো থিয় হৈছে। এদিন যেতিয়া এই বাদ-বিবাদৰ ধ্বনি তল পৰিব, এই কল্লোল শেষ হৈ দূৰৰ বস্তু হ'ব; এদিন যেতিয়া এই আন্দোলন নাইকিয়া হ'ব আৰু এই মানুহজনক মৃত্যুৱে কাঢ়ি লৈ যাব, তেতিয়াও এই মানুহজনৰ স্মৃতি লোপ নেপায়। তেওঁক ভবিষ্যতে দেশপ্ৰেমৰ কবি, জাতীয়তাবাদৰ নবী আৰু মানবতাৰ প্ৰেমিক বুলি আকোঁৱালি ল'ব। তেওঁৰ মৃত্যুৱেও তেওঁৰ বাণী মাৰিব নোৱাৰে। অকল ভাৰতবৰ্ষতে নহয়, সমগ্ৰ বিশ্বতে তেওঁৰ বাণী ধ্বনিত-প্ৰতিধ্বনিত হ'ব; সাত সাগৰ তেৰ নদী ভেদি যাব। এই কাৰণেই মই কৈছোঁ, এই মানুহজন এই বিচাৰালয়ৰ কাঠগড়াতে থিয় দি ইতিহাসৰ ন্যায়ালয়ৰ কাঠগড়াত থিয় দিছে।

"মহোদয়, আপুনি আপোনাৰ ৰায় চিন্তা কৰাৰ সময় হৈছেহি; আৰু আপোনালোক জুৰীৰ সদস্যসকলে আপোনালোকৰ বিচাৰ দাখিল কৰিবৰ সময় পাইছেহি। ইংৰাজ জাতিৰ ন্যায়বিচাৰৰ পৰম্পৰা ইংলণ্ডৰ বুৰঞ্জীৰ সবাতোকৈ গৌৰৱময় অধ্যায়। বিচাৰালয়ৰ আইনসমূহৰ বিভিন্ন নীতিৰ মহৎ পৰম্পৰাৰ নামত, সদামান্য অথচ আইনৰ কৰলত পৰা সকলৰো সততে শ্ৰদ্ধেয় বিশিষ্ট জজসকলৰ নামত মই আজি আপোনালৈ আবেদন জনাইছোঁ। গৌৰৱপূৰ্ণ ইংলণ্ডৰ ইতিহাসৰ নামত মই কৰা আবেদন যেন অথলে নেযায়। যেন কোনেও নকয়, ইংৰাজ বিচাৰকে ন্যায় ৰক্ষা কৰিবলৈ হেলা কৰিলে।"

লগে লগে তেওঁ জুৰীক সম্বোধন কৰিও তেজোদ্দীপ্ত স্বৰে কৈছিল,

"অৰবিন্দৰ আদৰ্শ আৰু দেশৰ পৰম্পৰাৰ নামত মই আপোনা-লোকলৈ আবেদন জনাইছোঁ; ইতিহাসে যাতে নকয়, অৰবিন্দৰ দেশৰে দুজন লোকে মুহূৰ্তৰ উত্তেজনাত ভোল গ'ল আৰু বিদ্বেষ-অনুৰাগৰ দ্বাৰা অভিভূত হ'ল।"

বিচাৰকে বিচাৰ শুনি অৰবিন্দ আৰু তেওঁৰ লগৰ প্ৰায়বোৰ লোকক মুক্তি দিলে। কেৱল বাৰীন আৰু উল্লাসকৰৰ মৃত্যুদণ্ডৰ হুকুম হ'ল। শেষত জানিবা মৃত্যুদণ্ড ৰেহাই দিয়াত দুয়োজনৰে যাবজ্জীৱন ফাটেকৰ আদেশ জাৰি হ'ল। তেওঁলোকে অৱশ্যে সৰহ বছৰ জেলত পচিব লগা নহ'ল, ১৯২০ চনত দুয়োকে চৰকাৰে মুকলি কৰি দিলে।

## ছয়

যোগ এটা পদ্ধতি। জৱাহৰলাল নেহৰুৱে লিখিছে, "যোগ হৈছে এটা পৰীক্ষামূলক দৰ্শন-পদ্ধতি ; ইয়াৰ উদ্দেশ্য হৈছে ব্যক্তিৰ মানসিক পটভূমিৰ অনুসন্ধান কৰি মনক নিয়ন্ত্ৰণ কৰা আৰু কিছুমান ধাৰণা গ্ৰহণ কৰা। আধুনিক মনোবিজ্ঞানত ইয়াৰ সফল প্ৰয়োগ কৰিবপৰা যায় নে নাযায় তাক মই ক'ব নোৱাৰো। কিন্তু এনে প্ৰয়োগ কৰিবলৈ যত্ন কৰাটো বেয়া নহয়। অৰবিন্দ ঘোষে যোগৰ কথা এনেদৰে ব্যাখ্যা কৰিছে: "সকলো ৰাজযোগেই ধাৰণা আৰু অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰশীল। আমাৰ আন্তৰিক উপাদানসমূহ, সেইবিলাকৰ বিভিন্ন ধৰণৰ সংযোগ-সাধন, ক্ৰিয়া, শক্তিসমূহৰ বিচ্ছিন্নকৰণ আৰু বিলয় কৰিব পাৰি ; এইবিলাক উপাদানক আকৌ ন-কৈ সংযুক্ত কৰি অভিনৱ, অপূৰ্ব আৰু অসম্ভৱ সাধনৰ বাবেও ব্যৱহাৰ কৰিব পাৰি। অকল সেয়ে নহয়, এইবিলাকৰ ৰূপান্তৰ সাধনো সম্ভৱ আৰু নিৰ্দিষ্ট মানসিক ক্ৰিয়াৰ দ্বাৰা এই সকলোবোৰৰ ন সমন্বয় সাধনো কৰিব পৰা যায়।"

যোগ-ক্ৰিয়া সম্পৰ্কে সুৰেন্দ্ৰ দাসগুপ্তই লিখিছে, "বিভিন্ন মতবাদৰ দাৰ্শনিকসকলে যোগৰ বিভিন্ন ব্যৱহাৰ কৰাৰ বাবে যোগ-ক্ৰিয়াবো ৰূপ বদলি হৈ আহিছিল। উদাহৰণ স্বৰূপে শৈৱ আৰু শাক্তসকলৰ হাতত তেওঁলোকৰ মতবাদ অনুসৰি যোগ-ক্ৰিয়াৰ বিকাশ ঘটিল। আনহাতে কিছুমানে হঠযোগৰ সৃষ্টি কৰিলে ; সূক্ষ্ম স্নায়বিক ব্যায়ামৰ দ্বাৰা এই হঠযোগৰ সহায়ত ৰহস্যজনক আৰু যাদুশক্তি-জনিত কাৰ্য সম্পন্ন কৰা হয়। এইবিলাক কাৰ্যৰ ৰোগনিবাৰক অতি-প্ৰাকৃতিক শক্তি আছে বুলিও দাবী কৰা হয়। পতঞ্জলিয়েই সেইসকল উল্লেখযোগ্য ব্যক্তিৰ প্ৰথম যি বিভিন্ন ধৰণৰ যোগ-ক্ৰিয়াৰ

সংগ্ৰহ কৰিছিল আৰু যোগৰ লগত সংযুক্ত কৰিব পৰা বিভিন্ন ভাৱধাৰা গ্ৰহণ কৰিছিল ; তেৱেঁই শেষত তাক সাংখ্য অধ্যাসবাদ বা অধ্যাত্ম-বিদ্যাৰ লগত সমন্বয় সাধি আমি যাক আজি যোগ বোলো, তাৰ ৰূপ দিলে। বিজ্ঞানভিক্ষু আৰু বাচস্পতিয়ে আমাৰ দৰেই কৈছিল যে পতঞ্জলিয়ে যোগৰ জন্ম দিয়া নাই ; পতঞ্জলিয়ে তাৰ সম্পাদনাহে কৰিছিল।"

অৰবিন্দই তেওঁৰ যোগক আন আন সাধক আৰু দৰ্শনৰপৰা পৃথক বুলিছে। এই যোগ তেওঁৰ মতে পূৰ্ণ যোগ। আনবিলাক যোগদৰ্শনত সাধকে সাধাৰণতে বস্তুজগতৰপৰা বিচ্ছিন্ন হৈ মানসিক লোকেদি আধ্যাত্মিক স্তৰলৈ উঠে। গীতা, উপনিষদ, শঙ্কৰৰ মায়াবাদ, হঠযোগ, তান্ত্ৰিক সিদ্ধসকলৰ পন্থা, বৈষ্ণৱ-শৈৱ সাধনা, ৰামকৃষ্ণ পৰমহংস আদিৰ সাধনাৰপৰা তেওঁৰ সাধনা মূলতঃ বেলেগ বুলি তেওঁ দাবী কৰিছে যদিও অতীত সাধকৰ যোগৰ লগত তেওঁৰ যোগৰ ঐতিহাসিক যোগাযোগ নোহোৱা নহয়। কাৰণ, তেওঁ জাতিৰ এই আধ্যাত্মিক সাধনাৰ পৰম্পৰাত বিশ্বাসী আৰু তাৰ ওপৰতে জীৱন, বস্তু আৰু মনক আধ্যাত্মিক স্তৰলৈ নি এটি অতিমন বিকশিত কৰি তাক ধৰালৈ নমাই আনিব খুজিছিল। ইহ-জগত আৰু সেই অতিমনৰ জগত ব্ৰহ্মাণ্ড চেতনাৰ দ্বাৰা সংযুক্ত। তেওঁৰ যোগ সাধনাৰ উদ্দেশ্য ব্যক্তিগত মুক্তি নহয়, দিব্যজীৱনক সংসাৰলৈ নমাই অনাহে। মানসিক, আধ্যাত্মিক আৰু অতি-প্ৰাকৃতিক ( psycho spiritual occult range of experiences ) ক্ৰিয়াৰ দ্বাৰা বা যাদুক্ৰিয়াৰ দ্বাৰা চমৎকাৰিত্ব প্ৰদৰ্শন, ৰোগ নিৰাময় বা সাংসাৰিক ফলদানো তেওঁৰ উদ্দেশ্য নাছিল। তেওঁৰ ভায়েক বাৰীনে এবাৰ এজন সন্ন্যাসীয়ে কটাৰীৰে কাটি দিয়া মন্ত্ৰঃপুত পানী খাই বেমাৰ ভাল কৰাৰ কথা তেওঁ জানিছিল। তেওঁ নিজেও যোগৰ বলত নিজৰ দীৰ্ঘায়ু লাভ কৰিছিল বুলি দাবী কৰি গৈছে। তেওঁৰ আশ্ৰমত এনে এটা আধিভৌতিক

কাণ্ড ঘটিছিল যিটোৰ কথা তেওঁ উল্লেখ কৰি গৈছে। আলিপুৰ জেলত যোগ সাধনা কৰোতে তেওঁ এবাৰ বিবেকানন্দৰো বাণী শুনিছিল। তেওঁ ভালেমান শিষ্যক আধিভৌতিক উপায়েৰে প্ৰভাৱান্বিত কৰি তেওঁলোকৰ সাধনাত সহায়তা কৰিছিল বুলিও তেওঁৰ লেখাত উল্লেখ পোৱা যায়। গতিকে আধিভৌতিক শক্তিৰ স্থিতিত তেওঁ অবিশ্বাস কৰা নাছিল। তত্ৰাচ এইবিলাক অলৌকিক ক্ৰিয়াত তেওঁ মনোনিবেশ কৰোতো নাছিলেই, বৰং সেইবিলাকৰ আধ্যাত্মিক মূল্যতো তেওঁৰ সন্দেহ আছিল।

আনহাতে তেওঁ জ্ঞান, কৰ্ম, ভক্তি আদি মাৰ্গৰো বিৰোধিতা কৰা নাছিল। তেওঁ মাথোন নিজৰ অভিজ্ঞতা আৰু ধাৰণাৰ ওপৰত নিৰ্ভৰ কৰি প্ৰাচীন সাধনা আৰু দৰ্শনৰ সীমাৱদ্ধতা অতিক্ৰম কৰি এটি নতুন আদৰ্শবাদী কিন্তু পূৰ্ণ দিব্যজীৱনৰ দৰ্শন গঢ়ি তুলিছিল। তেওঁ স্বৰ্গ, নিৰ্বাণ বা মোক্ষ কামনা কৰা নাছিল। পাৰ্থিৱ চেতনাৰ আৰু মানৱ প্ৰকৃতিৰ ৰূপান্তৰ সাধিবলৈ দিব্য-জীৱনৰ সাধনা কৰিছিল। পাৰ্থিৱ চেতনা আৰু ভৌতিক জগতলৈ সেই অতিমানসিক চেতনা নমাই অনাই তেওঁৰ মূল লক্ষ্য আছিল।

এই উদ্দেশ্য তেওঁৰ বিলাতৰপৰা ঘূৰি অহাৰ পিচৰেপৰা মনত প্ৰতিভাত হৈছিল। তেওঁ লিখিছে, "মই কোনো গুৰুৰ আশ্ৰয় নোলোৱাকৈ ১৯০৪ চনতে যোগাভ্যাস আৰম্ভ কৰোঁ। ১৯০৮ চনত মই এজন মাৰাঠী যোগীৰপৰা বিশেষ সাহায্য পাওঁ আৰু তাৰ ফলত মোৰ সাধনাৰ আধাৰ বিচাৰি পাওঁ। তাৰ পিচত মই 'মা'ৰ বাহিৰে আন কাৰোপৰা সাহায্য লাভ কৰা নাই। মা জাপানৰপৰা অহাৰ পিচতে এই সাহায্য আগবঢ়ায়। মোৰ আগৰ কালৰ বা পাছৰ কালৰ সাধনা কোনো গ্ৰন্থৰ ওপৰত নিৰ্ভৰশীল নাছিল। মোৰ অন্তৰৰপৰা ওলোৱা ব্যক্তিগত অভিজ্ঞতাৰ ওপৰতহে মই ভৰসা কৰিছিলো। জেলত থাকোতে মোৰ লগত গীতা আৰু উপনিষদ আছিল। গীতাৰ যোগ আৰু উপনিষদৰ ধ্যানৰ অভ্যাস

কৰিছিলো। একমাত্ৰ এইখিনি কিতাপেই মোৰ সাৰথি স্বৰূপ আছিল। পণ্ডিচেৰীত থকা কালতহে মই বেদ পঢ়িবলৈ আৰম্ভ কৰো। তাৰপৰা মোৰ উপলব্ধিবোৰ সঁচা বুলি অনুভৱ হৈছিল। মোৰ আন কোনো পথ-প্ৰদৰ্শক নাছিল। কেতিয়াবা কেতিয়াবা মই গীতা পঢ়ি মোৰ সংশয় ছেদ কৰিছিলো আৰু সাধাৰণতে তাৰপৰা খোজা সহায় বা উত্তৰ পাইছিলো। মই জেলত বিবেকানন্দৰ মাত শুনিছিলো; অকলে ধ্যানস্থ হৈ থাকোঁতে তেওঁ মোক এপখেক কাল এইদৰে মাত দিছিল আৰু তেওঁৰ উপস্থিতি সততে অনুভৱ কৰিছিলো। তেওঁ মাথোন বিশেষ আৰু সীমাবদ্ধ আধ্যাত্মিক অভিজ্ঞতা বৰ্ণাইছিল আৰু ক'বলগীয়াখিনি কোৱা শেষ হোৱাৰ লগে লগে তেওঁৰ মাত অন্তৰ্হিত হৈছিল।"

তেওঁ জেলত থকা কালতে অন্তৰৰ এটা বাণী শুনিছিল। এই বাণীটোৱে তেওঁক কৈছিল, "আন এটি সাধনা তুমি হাতত ল'ব লাগিব। এই কাৰণেই মই তোমাক ইয়ালৈ অনাইছো। তুমি যি শিক্ষা লাভ কৰা দৰকাৰ, কিন্তু পোৱা নাই, তাক মই শিকাম আৰু মোৰ কামৰ বাবে তোমাক প্ৰস্তুত কৰিম।"

এই অন্তৰ-বাণীক অৰবিন্দই দিব্যশক্তিৰ বাণী বুলিছে। সম্ভৱতঃ ই স্ব-ব্যঞ্জনা ( auto-suggestion )। যি কি নহওক, জেলৰপৰা ওলাই অহাৰ পিচত বঙ্গদেশৰ উত্তৰপাৰাৰ এখন সভাত তেওঁ নিজৰ নতুন সাধনাৰ সঙ্কল্প ন দি ঘোষণা কৰি কৈছিল, "মোৰ ধাৰণা, জাতীয়তাবাদ এতিয়া মতবাদ, ধৰ্ম বা বিশ্বাস হৈ থকা নাই। আমাৰ কাৰণে সনাতন ধৰ্মই হ'ল জাতীয়তাবাদ। হিন্দু জাতিৰ জন্ম হৈছে সনাতন ধৰ্ম লৈ। এই ধৰ্মৰ উন্নতি হ'লেহে ইয়াৰ উন্নতি হ'ব। সনাতন ধৰ্মৰ যেতিয়া অৱনতি ঘটিব, তেতিয়া জাতিৰো অৱনতি ঘটিব। সনাতন ধৰ্মৰ ধ্বংস হ'লে জাতিৰো ধ্বংস হ'ব। সনাতন ধৰ্মই হ'ল জাতীয়তাবাদ।"

এই সময়ত তেওঁ যে হিন্দু ধৰ্মৰ সনাতন পৰম্পৰাৰ প্ৰতি

আকৰ্ষিত হৈছিল সেই বিষয়ে বিন্দুমাত্ৰও সন্দেহ নাই। অকল সেয়ে নহয়, হিন্দু ধৰ্ম আৰু জাতীয়তাবাদ অভিন্ন বুলিও তেওঁ বিশ্বাস কৰিছিল। ই তেওঁৰ ৰাজনৈতিক মতবাদৰ সীমাবদ্ধতা প্ৰতিপন্ন কৰে। কাৰণ ভাৰতবৰ্ষত লাহে লাহে ধৰ্মনিৰপেক্ষ জাতীয়তাবাদহে অধিক জনপ্ৰিয় হৈ উঠে।

এই সময়ত তেওঁ 'কৰ্মযোগী' পত্ৰিকাত যোগ সম্পৰ্কে এটি প্ৰবন্ধও লিখিছিল। এই প্ৰবন্ধটিত গীতাৰ নিষ্কাম কৰ্মৰ আদৰ্শ, ঈযোপনিষদৰ ত্যাগৰ যোগেদি ভোগ কৰাৰ উপদেশ, আৰু কৃষ্ণই অৰ্জুনক যুঁজিবলৈ দিয়া উদগণিৰ পুনৰাবৃত্তি পোৱা যায়। জেলত থকা কালত তেওঁ প্ৰাণায়াম আৰু অন্যান্য আসন কৰি যিবিলাক অভিজ্ঞতা লাভ কৰিছিল তাৰ বৰ্ণনাও তেওঁ আন ঠাইত দিছে। এইবিলাক অভিজ্ঞতা একজাতীয়।

যোগত অটল বিশ্বাস ৰাখি সাধনাৰ পথ গ্ৰহণ কৰাৰ লগে লগে অৰবিন্দই নিৰীশ্বৰবাদ আৰু প্ৰচলিত কাৰ্য-কাৰণবাদৰ ওপৰতো আস্থা হেৰুৱায়। ১৯০৪ চনত তেওঁ লিখিছিল, "মই ব্ৰহ্মানন্দৰ মৃত্যুৰ পিচত গঙ্গানাথৰ গুৰিলৈ যাওঁ। তাতে কেশৱানন্দকো পালো। এই সময়তে মই মাংস খাবলৈ এৰি দিওঁ। ফলত দেহ-মন পাতল লাগিল আৰু নতুন পন্থা গ্ৰহণ কৰি নিজকে শুদ্ধিকৰণ কৰা যেন বোধ হ'ল। তেতিয়াও মোৰ মনত ইউৰোপীয় সংস্কাৰ বৰ্তমান। চান্দডৰ ওচৰৰ কৰ্ণালিলৈ যাওঁতে তাৰ মন্দিৰবোৰলৈ গৈছিলো। তাত এটা কালী-মন্দিৰ আছিল। মই সেই মূৰ্তি দৰ্শন কৰোঁতে তাত জাগ্ৰত মহাকালীক দেখিলো। পোন প্ৰথমবাৰৰ বাবে মই ঈশ্বৰৰ 'উপস্থিতি' অনুভৱ কৰিলো।"

১৯০৩ চনত তেওঁ কাশ্মীৰৰ শঙ্কৰাচাৰ্য পৰ্বত বা তখ্ত-ই-চুলেমান দৰ্শন কৰোঁতে হঠাতে অদ্বৈতৰ উপলব্ধি কৰে আৰু সেই নামৰ এটি কবিতাও ৰচনা কৰে ঃ

চল'মন-পৰ্বতৰ ওখ পথে কৰোতে ভ্ৰমণ।
শঙ্কৰৰ ক্ষুদ্ৰ মন্দিৰত ৰ'ল দৃষ্টি সযতন॥
কালৰ অন্তিম পাৰ, সমুখত অসীম অনন্ত।
ধৰাৰ অসাৰ লীলা উকা কন্দৰত হ'ল অন্ত॥
নিঃসঙ্গ দৰ্শক মই। চৌদিশে অৰূপ নিজান।
সমস্তই আচহুৱা নামহীন সত্তাত বিলীন হৈ এক প্ৰাণ।
চিৰ শান্ত অজাত একান্ত বাস্তৱ, ধৰা-অগোচৰ
দুৰ্লঙ্ঘ্য সুগভীৰ। নীৰৱতা সত্তাৰ বিৰল স্বৰ,
কিবা এক অজ্ঞাত সূচনা; কণ্ঠহীন; ক্ষণদৃষ্ট বস্তুৰ বিলয়
য'ত ঘটে; অজ্ঞাতবা সি চূড়াত নিঃসঙ্গ প্ৰশান্তি ভাহি ৰয়,
আৰু এক শূন্যতা বিৰাজে,—শান্তি তাত সল নিবিহীন
প্ৰকৃতি-ৰহস্য ঘেৰা সেই বোবা পৰ্বত চূড়াত, চিৰদিন॥

অৰবিন্দই অদ্বৈত উপলব্ধিৰ আৰু এটি বৰ্ণনা দিছে। এজন অদ্বৈতবাদত অবিশ্বাসী সাধকে তেওঁক সাধনা কৰিবলৈ শিকাওঁতে তেওঁ অদ্বৈতৰ উপলব্ধি কৰিলে; তেওঁ জগতখনক নিৰ্গুণ ব্ৰহ্মক অৰূপ ৰূপত চিনেমাৰ দৃশ্যৰদৰে দেখিবলৈ ধৰিলে। জগতখন তেতিয়া ব্যক্তিসত্তাবিহীন অখণ্ডতাত প্ৰতিভাত হৈছিল। এই দিব্যৰূপৰ ওচৰত আত্মসমৰ্পণ কৰাৰ পিচৰেপৰা তেওঁ যোগ-সাধনাত সহজে আৰু আপোন পদ্ধতিত সিদ্ধিলাভ কৰিবলৈ ধৰিলে। ইজন সাধক যন্ত্ৰীহে আছিল; তেওঁ অৰবিন্দক 'ভূতে পালে' বুলি নেওচা দি আঁতৰি গ'ল।

অৰবিন্দই যিজনা মাৰাঠী গুৰুৰপৰা পোন প্ৰথম সাধনাৰ আধাৰ লভিছিল, তেওঁৰ বাহিৰে আন গুৰু তেওঁ লোৱা নাছিল। গুৰুবাদত তেওঁৰ আস্থাও জন্মা নাছিল। এই মাৰাঠী গুৰুজনৰ নাম আছিল বিষ্ণুভাস্কৰ লেলে। লেলে অৰবিন্দতকৈ বুদ্ধি-বৃত্তি আৰু জ্ঞান, সকলোতে হীন আছিল, যদিও তেওঁৰ আধ্যাত্মিক

শক্তি আছিল বুলি অৰবিন্দৰ ধাৰণা হৈছিল। সেইবাবেই তেওঁৰ ওচৰত সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰি তেওঁ নিৰ্বাণৰ অভিজ্ঞতা লাভ কৰে। তেওঁ লিখিছে: "মোৰ ক্ষেত্ৰত নিৰ্বাণেই প্ৰথম আধ্যাত্মিক অভিজ্ঞতা। ইয়াৰ ফলতে বাকীবোৰ সাধনা সফল হ'ল। এই অভিজ্ঞতা হ'ল ভাব নিৰোধৰ ফলত, গুৰুৱে ক'লে, 'বহঁা। তুমি ভালদৰে মন কৰিলে দেখিবা তোমাৰ ভাবসমূহ বাহিৰৰপৰা আহিছে, ভাববোৰ সোমোৱাৰ আগতে সিহঁতক খেদি পঠিয়াবা।' মই বহিলো। মন কৰিলো, কি আচৰিত কথা, সঁচাসঁচিকৈয়ে ভাববোৰ বাহিৰৰপৰা আহিছে! মই দেখিলো আৰু স্পষ্টভাৱে বুজিব পাৰিলো যে ভাববোৰ হয় মূৰেদি নহয় মূৰৰ ওপৰেদি সোমাব খুজিছে। মই সিহঁতক সোমোৱাৰ আগতেই খেদি পঠিয়াবলৈ সমৰ্থ হ'লো। তিনি দিনৰ ভিতৰতে মোৰ মন অনন্ত শান্তিৰে ভৰি গ'ল। এই শান্তি এতিয়াও আছে।"

জেলত প্ৰথমবাৰ প্ৰাণায়াম কৰোতে তেওঁ কবিতা ৰচনা, অবিৰাম লেখা, স্বাস্থ্য ৰক্ষা আৰু নানান মূৰ্তি বা দৃশ্যাদি দেখাৰ শক্তি আহৰণ কৰিছো বুলি দাবী কৰিছিল। ১৯০১ চনত তেওঁ বাৰীনৰ লগত গোট খাই কেইবাৰমান পিতাকক 'প্লেনচেট'ত মাতি কিছুমান প্ৰশ্ন কৰি তাৰ হেনো সঠিক উত্তৰো পাইছিল। প্ৰাৰ্থনাৰ শক্তিতো তেওঁ বিশ্বাস কৰিছিল।

কিন্তু অসাধ্য সাধন তেওঁৰ যোগৰ লক্ষ্য নাছিল। বৈজ্ঞানিক দৃষ্টিৰপৰা এইবিলাক অভিজ্ঞতাৰ ব্যাখ্যা কৰা কঠিন। অৰবিন্দৰ এজন বন্ধুৱে যোগাভ্যাসৰ কালত দেখা দৃশ্যবোৰক after images বুলিছিল। অৰবিন্দই সেই কথা মানি লোৱা নাছিল। প্লেনচেটৰ সহায়ত আত্মাক মাতি কথা সোধাৰ কথাটোও 'পেৰাচাইকলজি'ৰ বিষয়। অৰবিন্দই জেলত আসন কৰোতে 'উত্থাপন' কৰিছিল বুলিও জনা যায়। তেওঁ লিখিছে, "মই প্ৰাণৰ স্তৰত সাধনাত মগ্ন হৈ আছিলো। মোৰ মনে মনে সন্দেহ হৈছিল, 'উত্থাপন সিদ্ধি

জানো সম্ভৱপৰ ?' হঠাতে মই এনেভাৱে ওপৰলৈ উঠা গম পালো যে মই স্বাভাৱিক অৱস্থাত অঙ্গ চালনা কৰি তেনে কাম কৰিব নোৱাৰিলোহেঁতেন। মোৰ কেৱল দেহৰ এটা অংশহে মাটিত লাগি আছিল আৰু বাকী অংশবোৰেদি উঠি গৈছিল। সাধাৰণ অৱস্থাত মই দেহটো তেনেকৈ উঠাব নোৱাৰিলোহেঁতেন আৰু মই দেখিলো আলাসতে বিনাকষ্টে দেহটো ওলমি আছে।"

এইবিলাক কথাৰ বৈজ্ঞানিক ব্যাখ্যাৰ প্ৰয়োজন মুই কৰিব নোৱাৰি। যি কি নহওক, যোগীসকলে সদায় এনেধৰণৰ আশ্চৰ্যকৰ ক্ৰিয়া-কলাপৰ দাবী কৰি আহিছে। জৱাহৰলাল নেহৰুৱে ক'বৰ দৰে এইবিলাক আধুনিক মনোবিজ্ঞানৰ দ্বাৰা পৰীক্ষিত হ'লেহে সেইবিলাকৰ বিষয়ে যুক্তিসন্মত ব্যাখ্যা দিব পৰা হ'ব। অৰবিন্দৰ শিষ্য দিলীপ ৰয়ে আধিভৌতিক ক্ৰিয়া ( occultism ) প্লেনচেট, স্বয়ংক্ৰিয় লেখা আৰু উত্থাপন সম্পৰ্কে তেওঁৰ লগত আলোচনা কৰোতে অৰবিন্দই তলত দিয়া ধৰণে মত প্ৰকাশ কৰিছিল।

**স্বয়ংক্ৰিয় লেখা :** 'যৌগিক সাধনা' নামৰ এখন গ্ৰন্থৰ ৰচয়িতা অৰবিন্দ বুলি জনাজাত আছিল। সেইখনৰ কথা দিলীপ ৰয়ে কওঁতে অৰবিন্দই প্ৰসঙ্গক্ৰমে ক'লে, "মই যৌগিক সাধনাৰ ৰচয়িতা নহয়।"

"কি ক'লে ?"

"তুমি স্বয়ংক্ৰিয় লেখাৰ কথা শুনা নাই ?"

"প্লেনচেট্ নেকি ?"

"ঠিক প্লেনচেট্ নহয়। মই কলমটো ধৰি আছিলো আৰু এক অশৰিৰী ব্যক্তিয়ে তেওঁৰ ইচ্ছামতে লিখি গৈছিল। তেওঁ মোৰ হাত আৰু কলম ব্যৱহাৰ কৰিছিল।"

"আপুনি এনেকৈ কিয় লেখিবলৈ দিলে ?"

"সেই সময়ত মোৰ অনুসন্ধানৰ বিষয় আছিল এনেধৰণৰ ক্ৰিয়াত মগ্ন চেতনাৰপৰা কিমান উন্নত ব্যঞ্জনা আৰু সত্য আহিব পাৰে।"

**আধিভৌতিক ক্ৰিয়া:** অৰবিন্দই কৈছিল, "এই ধৰণৰ ক্ৰিয়াবোৰ বাস্তৱ। সেইবোৰত একোটা পদ্ধতি বা নিয়ম দেখা যায়। বৈজ্ঞানিক ক্ৰিয়াৰ লগত এইবোৰ তুলনীয়। গতিকে সেই পদ্ধতি আৰু নিয়মবোৰ আয়ত্ত কৰিলেহে সেইবিলাকৰ বিষয়ে জ্ঞান অৰ্জন কৰি এনে কাৰ্য অন্ত পেলাব অথবা বাৰণ কৰিব পাৰি। 'মা'ই উত্তৰ আফ্ৰিকাত আধিভৌতিক ক্ৰিয়া সম্পৰ্কে অধ্যয়ন কৰিছিল আৰু সেই কাৰণে তেওঁৰ এই বিষয়ত গভীৰ জ্ঞান আছে। ময়ো এই শক্তিবোৰৰ বিষয়ে ( occult forces ) বহুত ব্যক্তিগত অভিজ্ঞতা লাভ কৰিছো।"

তেওঁ নিজে দিলীপ ৰায়ৰ আগত এটা শিল দলিওৱা ঘটনাৰ বৰ্ণনা কৰিছিল। এই ঘটনাটোত দেখা গৈছিল, কেইবাদিনো ধৰি ঘৰলৈ শিল দলিওৱা হৈছিল যদিও পুলিচ বা আনলোকে দলিওৱা মানুহবোৰ বিচাৰি পোৱা নাছিল। এটা চাকৰক উপলক্ষ্য কৰি শিল দলিওৱা হৈছিল। শেহত মাই সেই চাকৰটো ঘৰৰপৰা আঁতৰাই দিয়াত শিল দলিওৱা বন্ধ হ'ল। ঘটনাটো ১৯২১ চনৰ।

**প্লেনচেট:** এই সম্পৰ্কে দিলীপ ৰায়ে একো লেখা নাই। কিন্তু আনৰ লেখাত ১৯০১ চনত অৰবিন্দ আৰু বাৰীনে পিতাকক মাতি প্ৰথমতে তেওঁৰ পৰিচয়ৰ প্ৰমাণ, দ্বিতীয়তে লোকমান্য তিলকৰ ভবিষ্যদ্বাণী আৰু তৃতীয়তে ৰামকৃষ্ণ পৰমহংসৰ উপদেশ গ্ৰহণ কৰে। ইয়াৰ উপৰিও তেওঁ বৰোদাত থকা কালত অলপ-অচৰপ জ্যোতিষ-বিদ্যাও চৰ্চা কৰিছিল। কিন্তু এইবিলাকত তেওঁ বিশেষ মূল্য আৰোপ কৰিছে বুলি ধৰিব নোৱাৰি। তেওঁ লিখিছিল, "অসাধাৰণ অথবা অতি-প্ৰাকৃতিক অভিজ্ঞতা আৰু শক্তিবোৰক মই সদায় স্বাভাৱিক আৰু বিশ্বাসযোগ্য বুলিয়েই ভাবি আহিছো।"

**উত্থাপন:** উত্থাপন সম্পৰ্কে অৰবিন্দই কৈছে, "মই উত্থাপনক এক গ্ৰহণযোগ্য ঘটনা বুলি বিবেচনা কৰো। কাৰণ যিবিলাক স্বাভাৱিক শক্তিৰ বিকাশ ঘটিলে এনে ঘটনা ঘটে সেইবিলাকৰ

অভিজ্ঞতা মোৰ আছে। অকল সেয়ে নহয়, মই নিজৰ দেহেৰেও তেনে অভিজ্ঞতা লাভ কৰিছিলো। গতিকে উত্থাপনৰ ক্ৰিয়া বা তাৰ নীতি অসত্য বুলিব নোৱাৰি।”

**কলাৰ জ্ঞান লাভঃ** অৰবিন্দই দাবী কৰিছে, তেওঁ যোগৰ ফলতেই কলাৰ জ্ঞান আহৰণ কৰিছিল। তেওঁ লিখিছে, “ভাস্কৰ্যৰ বিষয়ে মোৰ কিছু জ্ঞান আছিল। এদিন হঠাতে মই আলিপুৰ জেলত ধ্যান কৰি থাকোঁতে ঘৰৰ বেৰত কিছুমান চিত্ৰ দেখিবলৈ পালো আৰু লগে লগে মোৰ কলা-দৃষ্টি মুকলি হৈ গ’ল আৰু মই চিত্ৰৰ বিষয়ে সকলো জ্ঞান অৰ্জন কৰিলো। অৱশ্যে আঙ্গিকৰ প্ৰয়োজনীয় সৰু-সুৰা বস্তুবোৰৰ কথা জনা নাছিলো। অৱশ্যে মই সদায় এই উপলব্ধি ঠিকমতে প্ৰকাশ কৰিব নোৱাৰো, কাৰণ মোৰ শুদ্ধ আঙ্গিকৰ জ্ঞান নাই। কিন্তু চিত্ৰ দৰ্শন আৰু গভীৰভাৱে উপলব্ধি কৰাত মই একো বাধা পোৱা নাই। যোগৰদ্বাৰা সকলো সম্ভৱপৰ।”

সাধাৰণ মনৰ অগোচৰত এনেবোৰ ক্ৰিয়া-কলাপক সত্য বুলি দাবী কৰিব নোৱাৰি। অৰবিন্দৰ ব্যক্তিগত অভিজ্ঞতাবোৰক আমি তেওঁৰ নিজা তথ্য বুলি ধৰিলে সেইবিলাকক তেওঁৰ দৰ্শনৰ আলমত ব্যাখ্যা কৰিবলৈ সুবিধা হয়। এই নিজা তথ্যবোৰক সৰ্বজনজ্ঞাত তথ্য বুলিব নোৱাৰি আৰু জৱাহৰলাল নেহৰুৱে ক’বৰ দৰে, এইবোৰ তথ্যক মনোবৈজ্ঞানিকৰ হাতত এৰি দিয়াটো ভাল হ’ব। বাট্ৰাণ্ড ৰাছেলে ‘মানৱ জ্ঞান’ নামৰ গ্ৰন্থত ব্যক্তিগত তথ্যৰ সম্পৰ্কে এই বুলি কৈছে, “ব্যক্তিগত তথ্য বুলি এটা বস্তু আছে আৰু এইবিলাক অধ্যয়ন কৰিবলৈ এটা বিজ্ঞান থকাটো বাঞ্ছনীয়।” অৰবিন্দই স্বাধীনভাৱে অতি-মনৰ সাধনা কৰিছিল। তেওঁৰ পদ্ধতি সম্পূৰ্ণ পৰম্পৰাগত। এই দৰ্শনৰ অভিজ্ঞতাৰ আধাৰ হ’ল বোধিগত যুক্তিবাদ। স্বয়ংক্ৰিয় লেখা প্লেনচেটত আত্মাৰ উক্তি আৰু অশৰীৰি ভূতৰ দৌৰাত্ম্য—এইবিলাক ঘটনা ব্যাখ্যা কৰিবলৈ দেহহীন আত্মা

আৰু দিব্যশক্তিৰ ওপৰত বিশ্বাস দৰকাৰ। যোগ-ক্রিয়াত দেহৰ শাৰীৰিক আৰু মানসিক যি পৰিবৰ্তন ঘটে, সেই পৰিবৰ্তনে দুয়োটাকে দিব্যশক্তি লাভৰ বাবে প্রস্তুত কৰে বুলিও যোগীসকলৰ বিশ্বাস। অৰবিন্দই কলাসৃষ্টি, সাহিত্য ৰচনা আৰু অন্যান্য জটিল উচ্চতৰ মানসিক আৰু আধ্যাত্মিক ক্রিয়াকো দিব্যশক্তিৰ অধীন বুলি ভাবিছিল। কাজেই অৰবিন্দই যি জ্ঞানৰ কথা কৈছে, সেই জ্ঞান তেওঁৰ ব্যক্তিগত অভিজ্ঞতাৰ ভেটিত ৰচিত হ'লেও, মূলতঃ বিশ্বাস-সম্ভূত।

অৰবিন্দই জেলৰপৰা ওলাই আহি বাহিৰত থকা নাছিল। তেওঁ তেতিয়া অন্তৰবাণীৰ আদেশ শুনিবলৈ পাইছিল। কৰ্মযোগী নামৰ এখন ইংৰাজী পত্ৰিকাৰ লগত তেওঁ নিবিড়ভাৱে জড়িত আছিল। এই পত্ৰিকাত তেওঁৰ ভাবধাৰা সম্পৰ্কে ভালেমান প্ৰবন্ধ ৰচনা কৰিছিল। এই পত্ৰিকাত 'বাজি প্ৰভো' আৰু 'এপিফেনি' আদি আধ্যাত্মিক কবিতা প্ৰকাশ পাইছিল; ইয়াৰ উপৰিও 'জাতীয় শিক্ষাৰ পদ্ধতি', 'ভাৰতৰ মগজু', 'কলাৰ জাতীয় মূল্য', 'কৰ্মযোগীৰ আদৰ্শ' আদি প্ৰবন্ধ আৰু ঈশ, কেন, কথ উপনিষদৰ ইংৰাজী ভাঙনি ইয়াত ওলাইছিল। এই সময়ত তেওঁ কালিদাসৰ 'ঋতু সংহাৰ' আৰু বঙ্কিমচন্দ্ৰৰ 'আনন্দমঠ' ইংৰাজীলৈ অনুবাদ কৰিছিল। কৰ্মযোগীৰ উপৰিও তেওঁ বঙলা ভাষাত 'ধৰ্ম' বুলি এখন পত্ৰিকা প্ৰকাশ কৰিছিল। এইখনৰো উদ্দেশ্য আছিল আধ্যাত্মিক পুনৰ জাগৰণ।

অৰবিন্দই এই সময়ৰপৰা অন্তৰবাণী বা অন্তৰদেৱতাৰ আদেশ একান্তভাৱে শুনিবলৈ পালে। সন্দেহ নাই, মহান ৰাজনৈতিক বিপ্লৱীজনাৰ চিন্তাধাৰাত বিৰাট পৰিবৰ্তন আহিছিল। এই পৰিবৰ্তনৰ স্বৰূপ আমি তেওঁৰ এটি প্ৰবন্ধৰপৰা জানিব পাৰো। তেওঁ লিখিছিল, "আমাৰ নিৰ্ধাৰিত কাৰ্য-সূচী গতানুগতিক নহয়। এই কাৰ্য-সূচী নৈতিক আৰু আধ্যাত্মিক। আমাৰ উদ্দেশ্য চৰকাৰ

পৰিবৰ্ত্তনেই নহয়, জাতিৰ গঠনো। ৰাজনীতি এই কামৰ অংশবিশেষ মাত্ৰ। আমাৰ সাধনা অকল ৰাজনৈতিক, সামাজিক, ধৰ্মতত্ত্বমূলক সাহিত্য অথবা বিজ্ঞানমূলকেই নহয়; বৰং এই সকলোবোৰৰে মুখ্য সাধনা সাৰ্বজনীন জাতীয় ধৰ্মহে আমাৰ লক্ষ্য। জীৱনৰ মহান নীতি, মানৱ-ক্ৰমবিকাশৰ মহান নীতি আৰু আধ্যাত্মিক জ্ঞান আৰু অভিজ্ঞতাৰ ভাৰত হ'ল আধাৰ, আদৰ্শ-দ্ৰষ্টা আৰু প্ৰচাৰক। এয়ে সনাতন ধৰ্ম। আমি জীৱনৰ সেই মহান উৎসৰ অনুসন্ধান কৰিবলৈ উলটি চাব লাগিব। আমাৰ অন্তৰ-শক্তিৰো সন্ধান কৰি চাব লাগিব। অতীতৰ জ্ঞানেৰে আমি ভৱিষ্যতৰ আধাৰ নিৰ্মাণ কৰিম। আত্মজ্ঞান আমাৰ প্ৰথম লক্ষ্য। আমাৰ লক্ষ্য ভাৰতৰ অনন্ত জীৱন আৰু প্ৰকৃতিৰ নিয়মত সকলো গঢ়ি তোলা। ভাৰতৰ নৱ-জাগৰণৰ লক্ষ্য যোগক জীৱনাদৰ্শৰূপে গ্ৰহণ কৰাই কৰ্ত্তব্য বুলি আমাৰ দৃঢ় বিশ্বাস। যোগৰ বলেৰে ভাৰতে নিজৰ স্বাধীনতা, একতা আৰু মহত্ত্বৰ উপলব্ধি কৰিব। যোগৰ বলেৰে এই দেশে আত্মশক্তি ৰক্ষা কৰিব। ই আত্মাৰ আধ্যাত্মিক বিপ্লৱ। এই দৃষ্টিত এই বিপ্লৱ প্ৰতিভাত হৈ উঠিছে। ভৌতিক বিপ্লৱ এই বিপ্লৱৰ ছাঁ আৰু প্ৰতিচ্ছবি মাথোন।···অন্তৰজগত জয় কৰিলেহে মানৱ-সমাজক বিতত্ কৰা সমস্যাবোৰৰ সমাধান হ'ব।"

এই লক্ষ্য গ্ৰহণ কৰাৰ লগে লগে অৰবিন্দৰ অন্তৰ-জীৱন প্ৰায় আৰম্ভ হয়। ভগিনী নিবেদিতা অৰবিন্দৰ পুৰণি বন্ধু আৰু তেওঁ 'কৰ্মযোগী'ৰ লগত জড়িত আছিল। এদিন তেওঁ অৰবিন্দৰ পুনৰ গ্ৰেপ্তাৰৰ আশঙ্কা কৰি তেওঁক বৃটিছভাৰত এৰি যাবলৈ উপদেশ দিয়ে। অৰবিন্দই দৃঢ়ভাৱে এই উপদেশ প্ৰত্যাখ্যান কৰিলে আৰু ১৯০৯ চনৰ ২৫ ডিচেম্বৰৰ দিনা 'কৰ্মযোগী'ত দেশবাসীলৈ এখন মুকলি চিঠি প্ৰকাশ কৰে। এই চিঠিত তেওঁ দেশান্তৰিত হোৱাৰ সম্ভাৱনাৰ কথা উল্লেখ কৰি দেশবাসীৰ আগত তেওঁৰ শেষ ইচ্ছা-পত্ৰ ঘোষণা কৰে। অৰবিন্দৰ দৃঢ় বিশ্বাস আছিল এই চিঠিয়ে

তেওঁক দেশান্তৰ কৰাৰ ষড়যন্ত্ৰ বন্ধ কৰিব। প্ৰবন্ধটোৰ প্ৰতিক্ৰিয়া অনুৰূপ হ'ল, আৰু চৰকাৰে দেশান্তৰকৰণৰ ইচ্ছা সাময়িকভাৱে পৰিহাৰ কৰিলে। কিন্তু বৃটিছ চৰকাৰে অৰবিন্দক অতিশয় বিপদজনক ব্যক্তি বুলি বিবেচনা কৰিছিল।

১৯০৫ চনৰ আন্দোলনে দেশৰ ৰাজনৈতিক অৱস্থাত ৰূপান্তৰ সাধিলে। বৃটিছ চৰকাৰে এই ৰূপান্তৰৰ কথা মনত ৰাখিয়েই শাসন সংস্কাৰৰ কল্পনা কৰিছিল। ইংলণ্ডৰ ৰাষ্ট্ৰ-সচিব উদাৰনৈতিক নেতা জন মৰ্লিয়ে সেই সময়ৰ ভাইচৰয় লৰ্ড মিণ্টোলৈ এখন চিঠিত এইবুলি লিখিছিল, “ভাৰত চৰকাৰে বৰ্তমান ৰাজনৈতিক অৱস্থাৰ কথা নভবাকৈ নোৱাৰে। ভাৰতৰ ৰাজনীতিত ৰূপান্তৰৰ সুৰ শুনা গৈছে। যিবিলাক প্ৰশ্ন তোলা হৈছে সেইবিলাকৰ কথা আমি এৰাই চলিব নোৱাৰো, সমাধান উলিওৱাই ভাল হ'ব। মোৰ ইচ্ছা, আমিয়েই প্ৰথমতে উদ্যোগী হোৱা ভাল। ই জৰুৰী। ভাৰতৰ অন্দোলনে বা ইংলণ্ডৰ ভিতৰুৱা হেঁচাই ভাৰত চৰকাৰক এনে কাম কৰিবলৈ বাধ্য নকৰিলেই ভাল। বৰং আমি পাৰি-পাৰ্শ্বিক অৱস্থা অধ্যয়ন কৰি বৃটিছ চৰকাৰৰ আগত মতামত দাঙি ধৰাহে উচিত হ'ব। আমি ভাৰতীয়ৰ দৈনন্দিন জীৱন আৰু ব্যক্তিগত অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি এনে মতামত গ্ৰহণ কৰিব লাগিব।”

অৰবিন্দই বৃটিছ চ'ৰিত্ৰ সূক্ষ্মভাৱে অধ্যয়ন কৰিছিল। তাৰ ৰাইজৰ ৰাজনৈতিক মনৰ কথাও তেওঁ ভালদৰে জানিছিল। তেওঁৰ ধাৰণা হৈছিল যে বৃটিছ জাতি শেহলৈকে ভাৰতবৰ্ষ এৰি নিদিবলৈ দৃঢ়সংকল্প যদিও ৰাজনৈতিক আন্দোলনৰ বাস্তৱতাৰ প্ৰতি আওকাণ কৰিলে নচলে। তেওঁলোকে আপোচ কৰি এপদ এপদকৈ শাসনৰ ভাৰ স্থানীয় লোকসকলক দি যাব আৰু এৰাব নোৱৰা হেঁচাৰ সম্মুখীন হ'লে স্বাধীনতাও দিব। তেওঁলোকে বিপ্লৱৰ দ্বাৰা ক্ষমতা ৰহিত হোৱাটো বাঞ্ছা নকৰে। অৰবিন্দৰ প্ৰতি সেই সময়ৰ শাসকসকলৰ মনোভাৱ কি আছিল, তাক বঙ্গদেশৰ লেফঃ গৱৰ্ণৰে

লড মিণ্টোলৈ লেখা এখন চিঠিৰপৰা বঢ়িয়াকৈ ধৰিব পাৰি। তেওঁ লিখিছিল, "অৰবিন্দকে মই দেশদ্ৰোহিতামূলক মতবাদৰ প্ৰচাৰক বুলি গণ্য কৰোঁ। অন্ততঃ আনবিলাক লোকৰ তুলনাত তেওঁৰ বৰঙণি অধিক। এইকথা বঙ্গদেশেই নহয়, সম্ভৱতঃ ভাৰততো প্ৰযোজ্য।" লৰ্ড মিণ্টোৱে জন মৰ্লিলৈ এখন চিঠিত লিখিছিল, "আমাৰ কাৰণে তেৱেঁই আটাইতকৈ বিপজ্জনক লোক।"

অৰবিন্দই 'কৰ্মযোগী' চলোৱাৰ বাহিৰেও এই সময়ত সভাতো বক্তৃতা দিছিল। বৰিশালত ১৯০৯ চনত বহা বঙ্গীয় প্ৰাদেশিক সম্মিলনত দিয়া তেওঁৰ বক্তৃতাই তেওঁৰ শেষ বক্তৃতা। মধ্যমপন্থী আৰু উগ্ৰপন্থীসকলৰ মাজত বুজাবুজি বঢ়াবৰ অৰ্থে তেওঁ মধ্যমপন্থী নেতা সুৰেন্দ্ৰনাথ বেনাৰ্জী আদিৰ লগত ঘকুৱাভাৱে চেষ্টা চলাইছিল। অৰবিন্দই বঙ্গদেশৰ ৰাজনৈতিক শক্তিবোৰ একত্ৰিত কৰি জাতীয়তা-বাদীসকলৰ সহায়েৰে সোঁপন্থীসকলক পৰাজিত কৰি কংগ্ৰেছক বিপ্লৱমুখী কৰিব খুজিছিল। কংগ্ৰেছৰ সংবিধান সংশোধনৰ ওপৰত তেওঁ ঘাইকৈ গুৰুত্ব আৰোপ কৰিছিল। সেই সময়ত জাতীয়তা-বাদীসকল আৰু মডাৰেটসকলৰ উপৰিও ভগিনী নিবেদিতাৰ 'হ'ম ৰুল' আন্দোলন চলি আছিল। গান্ধীজীৰ অহিংস সত্যাগ্ৰহৰ আন্দোলনে তেতিয়াও ভাৰতবৰ্ষত প্ৰভাৱ বিস্তাৰ কৰা নাছিল। ইংৰাজৰ দমন-নীতিৰ ফলত অৰবিন্দৰ বেছিভাগ সহকৰ্মী তেতিয়া বৃটিছ বন্দীশালত। তেওঁলোকৰ দলৰ সভাতো উপস্থিতিৰ সংখ্যা কমি গৈছিল, যদিও মানুহৰ ৰাজনৈতিক চেতনা হ্ৰাস পোৱা নাছিল। অৰবিন্দই কৰ্মীসকলক লৈ সাপ্তাহিক সভা বহুৱাইছিল আৰু সংগ্ৰাম কেনেকৈ চলাই যাব পাৰি তাৰ কথা আলোচনা কৰিছিল। 'কৰ্মযোগী' আৰু 'ধৰ্ম' দুয়োখন কাকতেই প্ৰচাৰৰ মাধ্যম হৈ পৰিছিল আৰু অৰবিন্দই বিভিন্ন ঠাইত সভা পাতি ৰাইজক আধ্যাত্মিক আৰু ৰাজনৈতিক শিক্ষা দিছিল। তেওঁ ঐক্যবদ্ধ বঙ্গদেশৰ নেতৃত্বৰ ভাৰ ল'বলৈও সাজু হৈছিল।

কংগ্ৰেছে সংবিধান সলাই জাতীয়তাবাদীসকলক স্বকীয়া প্ৰতিনিধিত্ব দিবলৈ ৰাজী নোহোৱাত মধ্যমপন্থীসকলৰ লগত কৰা অৰবিন্দৰ চেষ্টা ব্যৰ্থ হয়। তথাপি জাতীয়তাবাদী আন্দালন পুনৰ সক্ৰিয় কৰিবৰ বাবে অৰবিন্দই আপ্ৰাণ চেষ্টা চলাই যাবলৈ নেৰিলে। শ্ৰীমতী বেচান্তৰ 'হ'ম ৰুল' আন্দোলন অপেক্ষাকৃতভাৱে মধ্যমপন্থী আছিল বাবে চৰকাৰে এই আন্দোলন দমন কৰিবলৈ সাহস নকৰিছিল। এই আন্দোলনৰ লগতো একেলগে আন্দোলন চলাবলৈ অৰবিন্দই মনস্থ কৰিছিল; কিন্তু এই আন্দোলনৰ লগত মিত্ৰতা কৰিলে সংগ্ৰাম পশ্চাদ্‌গামী হয় বুলি নকৰিলে। শ্ৰীমতী বেচান্তেও 'হ'ম-কল' আৰু পূৰ্ণ স্বাধীনতাৰ পাৰ্থক্য বুজি পাইছিল। অৰবিন্দই গভীৰ আৰু বিশাল ৰূপত নিষ্ক্ৰিয় প্ৰতিৰোধৰ আন্দোলন কৰাৰ কথাও পাঙিছিল। কিন্তু তেওঁ স্পষ্টভাৱে দেখা পালে, এনে আন্দোলনৰ তেওঁ নেতৃত্ব দিব নোৱাৰে। আনহাতে তেওঁ শাসন-সংস্কাৰৰ সম্ভাৱনা দেখা পাইছিল। এই সম্ভাৱনা দেখি তেওঁ "প্ৰকৃত নিয়ন্ত্ৰণৰ ক্ষমতা নিদিলে সহযোগিতা কৰা অসম্ভৱ" বুলি দাবী তুলিলে। তেওঁ মুকলি চিঠিত যি আঁচনি তুলি ধৰিছিল, সেই আঁচনি উগ্ৰ নাছিল আৰু বৃটিছ চৰকাৰে তাত ছিদ্ৰ নেপাই তেওঁক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। কিন্তু এদিন এনি বেচান্তে তেওঁক আহি গোপন খবৰ দিলেহি—চৰকাৰে অৰবিন্দক গ্ৰেপ্তাৰ কৰিব খুজিছে। ইতিমধ্যে অৰবিন্দই অন্তৰ-দেৱতাৰ আদেশ পাইছিল ফৰাচী অধিকৃত চন্দননগৰলৈ গুচি যাবৰ বাবে। তেওঁ কাৰো পৰামৰ্শলৈ বাট নেচাই 'কৰ্মযোগী'ৰ সম্পাদনাৰ ভাৰ ভগিনী নিবেদিতাৰ হাতত দি আদেশ পোৱাৰ লগে লগেই গঙ্গাইদি নাৱেৰে গৈ ১৯১০ চনৰ ফেব্ৰুৱাৰী মাহত গৈ পণ্ডিচেৰী পালেগৈ। তাত তেওঁ সঘনে বাসস্থান সলাবলগা লৈছিল। এই যাত্ৰা আৰু গোপন জীৱনত চন্দেৰ নগৰৰ প্ৰসিদ্ধ নাগৰিক মতিলাল ৰায় তেওঁৰ প্ৰধান সহযোগী আছিল।

চন্দেৰ নগৰত থকা কালতো তেওঁ যোগসাধনাত গভীৰভাৱে নিমগ্ন আছিল। এই যোগত তেওঁ তিনি নে চাৰিগৰাকী দেৱীৰ মূৰ্তি দেখিছিল। এই কেইগৰাকীক তেওঁ পিচলৈ বেদৰ ইলা, ভাৰতী, মহী আৰু সৰস্বতী বুলি ধৰিব পাৰিছিল। উল্লেখযোগ্য যে তেওঁ পণ্ডিচেৰীতহে বেদ পঢ়িবলৈ আৰম্ভ কৰিছিল।

চন্দেৰ নগৰত কিছুদিন থকাৰ পিচত বহুতে তেওঁক ফ্ৰান্সলৈ যাবলৈ উপদেশ দিলে। কিন্তু তেওঁ অন্তৰ-দেৱতাৰ আদেশ মতে পণ্ডিচেৰীলৈহে যাবলৈ ঠিক কৰিলে। সিদ্ধান্তমতে কাম, ১৯১০ চনৰ ৩১ মাৰ্চত তেওঁ এখন নাৱেৰে আহি কলিকতাত উপস্থিত হ'লহি। ডেকা বিপ্লৱীসকলে তেওঁক নাও বাই এই বিপদসঙ্কুল ৰাটছোৱা অতিক্ৰম কৰাত সহায় কৰিলে। তাৰ পিচত জ্যোতিৰীন্দ্ৰ মিট্ৰৰ নাম লৈ এছ. এছ. ডুপ্লে জাহাজত উঠি ফৰাচী অধিকৃত দেশ পণ্ডিচেৰী পালেগৈ। পণ্ডিচেৰী পোৱাৰ দিনা ১৯১০ চনৰ ১ এপ্ৰিল আছিল। তেতিয়াই অৰবিন্দৰ সক্ৰিয় ৰাজনৈতিক জীৱনৰ পৰালি পৰিল। অৱশ্যে তাৰপৰাও বহুত দিনলৈকে তেওঁ চিঠি-পত্ৰৰে বিপ্লৱীসকলৰ লগত যোগাযোগ কৰি আছিল। এই যোগাযোগো সোনকালে শেষ হ'ল। অৰবিন্দই ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি হ'বৰ বাবেও এবাৰ নিমন্ত্ৰণ পাইছিল; কিন্তু এই নিমন্ত্ৰণ তেওঁ প্ৰত্যাখ্যান কৰিলে। ৰাজনৈতিক লেখা আৰু বক্তৃতাৰো সোঁত বন্ধ হৈ গ'ল। 'আৰ্য' নামে কাকতখনত শেহলৈ তেওঁ এলানি ৰাজনৈতিক প্ৰবন্ধ লিখিছিল যদিও সেই প্ৰবন্ধলানিয়েই শেষ প্ৰবন্ধ। তেওঁ ভিতৰুৱা আন্দোলন আৰু বাহিৰা হেঁচাত কিছুদিনৰ মূৰত ভাৰতৰ স্বাধীনতা আহিব বুলি ধৰি লৈ তাৰ পিচৰপৰা আধ্যাত্মিক নৱজাগৰণৰ সাধনাত ব্যস্ত হ'ল। ভাৰতক সশস্ত্ৰ বিদ্ৰোহৰ দ্বাৰা মুক্ত কৰাৰ প্ৰয়োজন নহ'ব পাৰে বুলিও তেওঁ অনুমান কৰিছিল। কিন্তু দেশৰ বৈপ্লৱিক শক্তি জীৱন্ত ৰখাৰ ওপৰত তেওঁ বিশেষভাৱে গুৰুত্ব আৰোপ কৰিবলৈ এৰা নাছিল।

পণ্ডিচেৰীত তেওঁৰ যিখন আশ্ৰম হ'ল, সেই আশ্ৰম আধ্যাত্মিক সাধনাৰ কেন্দ্ৰবিন্দু হৈ পৰিল। ইয়াৰ পিচতো তেওঁ বিশ্ব আৰু ভাৰতবৰ্ষৰ ৰাজনীতিৰ লগত সকলো সম্পৰ্ক শেষ কৰি দিছিল, এনে নহয়। তেওঁৰ যোগৰ উদ্দেশ্য ব্যক্তিগত মুক্তি নাছিল, ইয়াৰ উদ্দেশ্য আছিল মানৱ-সমাজৰ আধ্যাত্মিক নৱজাগৰণ। তেওঁ ৰুছ বিপ্লৱৰ প্ৰতি আধ্যাত্মিক সমৰ্থন আগবঢ়াইছিল। যোৱা মহাযুদ্ধত যেতিয়া আসুৰিক ফেচিষ্ট শক্তিয়ে ইউৰোপ আৰু ৰুছিয়াৰ উদাৰ-নৈতিক সাংস্কৃতিক শক্তিক ধ্বংস কৰিবলৈ উদ্যত হৈছিল তেতিয়া তেওঁ মিত্ৰ-শক্তিৰ ফালে আধ্যাত্মিক সাহায্য আগবঢ়াইছিল। দুৰ্গতৰ সাহায্য-পুঁজিৰ বাবে আবেদন দিওঁতে তেওঁ উদ্যোক্তাসকলক ধন দি উৎসাহিত কৰিছিল। ক্ৰীপ্‌ছ মিশ্যনে ভাৰতৰ জাতীয়তাবাদী নেতাসকলৰ লগত ক্ষমতা হস্তান্তৰৰ কথা-বতৰা চলাবলৈ আহোঁতে তেওঁ ভাৰতৰ নেতৃবৰ্গক তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ উপদেশ দিছিল। ভাৰতে স্বাধীনতা লাভ কৰোঁতে তেওঁ দেশৰ প্ৰতি এটি বহুমূলীয়া বাণী প্ৰদান কৰিছিল। এই সকলোবিলাক কাম তেওঁৰ ব্যক্তিগতহে আছিল; আশ্ৰমৰ তাত সম্পৰ্ক নাছিল। অৰবিন্দৰ যোগৰ উদ্দেশ্যও আছিল বহল অৰ্থত ৰাজনৈতিক। তেওঁ মানুহৰ মাজলৈ দিব্যজীৱন আনিব খুজিছিল। এই দিব্যজীৱন নিখুঁত সমাজ-ব্যৱস্থাৰ অবিহনে একেবাৰে অসম্ভৱ।

অৰবিন্দৰ ঘৰুৱা জীৱন সম্পৰ্কে বিশেষ একো জনা নাযায়। মৃণালিনীৰ লগত তেওঁৰ সম্পৰ্ক কেনে আছিল? এইবিলাক বিষয়ত জীৱনী-লেখকসকল নীৰৱ। পণ্ডিচেৰীলৈ যোৱাৰ আগতে পত্নীলৈ দিয়া চিঠি দুখন পঢ়িলে দেখা যায়, অৰবিন্দই দাম্পত্য জীৱন ত্যাগ কৰিবলৈ বিন্দুমাত্ৰ দ্বিধাবোধ কৰা নাছিল।

১৯০৫ চনৰ ৩০ আগষ্ট তাৰিখে তেওঁ পত্নীলৈ লিখিছিল:

"সাংসাৰিক সুখৰ অৱশ্যম্ভাৱী পৰিণাম হ'ল দুখ.........

"মোৰ প্ৰকৃতিত তিনিবিধ উন্মাদনা বৰ্তমান। প্ৰথমতে, মোৰ

বিশ্বাস, যি গুণ, প্ৰতিভা, উন্নত শিক্ষা, উন্নত জ্ঞান আৰু ঐশ্বৰ্য ভগবানে মোক দিছে সেই সকলোবোৰ তেওঁৰে; পৰিয়াল চলাবৰ বাবে আৰু অত্যাৱশ্যকীয় প্ৰয়োজন পূৰণৰ অৰ্থেহে যৎসামান্য খৰচ কৰিবৰ মোৰ অধিকাৰ আছে।

"দ্বিতীয়, নিৰ্বোধিতা এটিৰ কবলতো মই অলপৰপৰা পৰিছোঁ। যিকোনো উপায়ে ভগবানৰ প্ৰত্যক্ষ উপলব্ধি কৰিবলৈ মই ব্যগ্ৰ হৈছোঁ। বৰ্তমানৰ ধৰ্ম মাজে সময়ে ভগবানৰ নাম জপ কৰা, সকলোৰে আগত প্ৰাৰ্থনা কৰা আৰু নিজৰ বকধৰ্মিতা জাহিৰ কৰাতে সীমাবদ্ধ। এনে ধৰ্ম মোক নেলাগে। যদি সঁচাকৈয়ে দিব্যশক্তি বিৰাজমান, তেন্তে তেওঁৰ অস্তিত্ব আৰু উপস্থিতি উপলব্ধিৰো পথ নিশ্চয় আছে। এই পথ অতিশয় কঠিন, তথাপি মই তাক গ্ৰহণ কৰিবলৈ দৃঢ় সংকল্প লৈছোঁ। হিন্দু ধৰ্ম মতে এই পথ নিজৰ আত্মা আৰু মনতে পায়। সেই পথৰ নিয়মো মই জানিছোঁ।

"মোৰ তৃতীয় নিৰ্বোধিতা হ'ল দেশ সম্পৰ্কীয় মোৰ ধাৰণা। আনে দেশখনক জড় পদাৰ্থ বুলি গণ্য কৰে আৰু ইয়াক পথাৰ, ভৈয়াম, পৰ্বত, অৰণ্য আৰু নদীৰূপে জ্ঞান কৰে। কিন্তু মই দেশক মাতৃ ৰূপত কল্পনা কৰো, মাতৃ ৰূপে মই পূজা আৰু আদৰ কৰো। যেতিয়া ৰাক্ষসে আইৰ বুকুত বহি ৰক্ত পান কৰে, তেতিয়া সন্তানৰ কৰ্তব্য কি? তেওঁ নিৰুদ্বিগ্ন চিত্তে ঘৰত বহি আহাৰ খাই স্ত্ৰী-সন্তানৰ লগত থাকি জীৱন উপভোগ কৰিব নে মাতৃৰ উদ্ধাৰৰ বাবে আত্মবলিদান দিব? মই জানো, পতিত জাতিক উদ্ধাৰ কৰিবৰ বাবে মোৰ শক্তি আছে। ই শাৰীৰিক শক্তি নহয়। মই বন্দুক বা তৰোৱাল লৈ যুঁজিবলৈ ওলোৱা নাই, মই জ্ঞানৰ বলেৰে যুঁজিবলৈ ওলাইছোঁ। সৈনিকৰ শক্তিয়েই একমাত্ৰ শক্তি নহয়; কিয়নো জ্ঞানৰ ওপৰত আধাৰিত ব্ৰহ্মৰ শক্তিও আছে। এই অনুভৱ আজিৰ নহয়, নতুনো নহয়; জন্মাবধি

এই শক্তিৰ মই অধিকাৰী, মোৰ হাড়ে-হিমজুৱে ই প্ৰসাৰিত। ভগৱানে মোক এই পৱিত্ৰ উদ্দেশ্য সাধনৰ বাবে পৃথিৱীলৈ পঠিয়াইছে।"

এই নবীসুলভ অনুভূতি আৰু অচল-অটল দৃঢ়তাই আমাক মানুহজনৰ চৰিত্ৰৰ অনন্যতা প্ৰকাশ কৰে। নাৰী-প্ৰেমক ভগবান-প্ৰেম বা দেশ-প্ৰেমলৈ উত্তোলন কৰাৰ সূক্ষ্ম প্ৰক্ৰিয়া ই নহয়। এই চিঠিয়ে আমাক বুদ্ধৰ সংসাৰ ত্যাগৰ ঘটনালৈ মনত পেলাই দিয়ে। সংসাৰ আৰু দাম্পত্য প্ৰেমতকৈ দিব্য জীৱনৰ আহ্বান অধিক শক্তিশালী। এই চিঠিয়ে আমাক তাকে সোঁৱৰাই দিয়ে।

পূৰ্ণ আত্মসমৰ্পণৰ পিচত অৰবিন্দই পত্নীলৈ আন এখন চিঠিত (১৯০৭ চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে) লিখিছিল ঃ

"৪ জানুৱাৰী তাৰিখে তোমাক লগ পাবলৈ মোৰ অহা খাটাং আছিল; কিন্তু মই আহিব নোৱাৰিলো, আপোন ইচ্ছাত এনে কৰা নাই। ভগবানে মোক য'লৈকে নিয়ে, মই তালৈকে যাব লাগিব। এইবাৰ মই আপোন কামৰ বাবে যোৱা নাছিলো; মই ভগবানৰ কাম কৰিবলৈ গৈছিলো। বৰ্তমান মোৰ মানসিক অৱস্থাৰ সম্পূৰ্ণ ৰূপান্তৰ ঘটিছে। এই চিঠিত ইয়াতকৈ অধিক আৰু মই একো নিলিখো। বৰ্তমান মই মাথোন এইখিনিকে ক'ব পাৰো, মই এতিয়াৰপৰা মোৰ নিজৰ যন্ত্ৰী বা গুৰু নহয়। মই পুতলাৰ দৰেহে যাব লাগিব; দিব্য শক্তিয়ে মোক য'লৈকে নিয়ে মই তালৈকে যাম, তেওঁ মোক যি কৰিবলৈ কয় তাকে মই পুতলাৰ দৰে পালন কৰিব লাগিব।"

এই আত্মসমৰ্পণৰ ফলশ্ৰুতি দৰ্শন কৰিবলৈ মৃণালিনী দেৱীয়ে সময় নেপালে. ১৯১৮ চনৰ ডিচেম্বৰ মাহত তেওঁ ইহলোক ত্যাগ কৰিলে। পণ্ডিচেৰীলৈ যাত্ৰাৰ পথত হঠাতে তেওঁ ইনফ্লুয়েঞ্জা ৰোগত আক্ৰান্ত হৈ মৃত্যুৰ মুখত পৰে।

## সাত

"কোনেও মোৰ জীৱনী লিখিব নোৱাৰে, কিয়নো বাহিৰত প্ৰকাশিত নহয় বাবে ই মানৱ-দৃষ্টিৰো গোচৰীভূত নহয়"—এখন চিঠিত অৰবিন্দই দিলীপ ৰায়লৈ এইদৰে লিখিছিল।

তেখেতৰ যোগৰ উদ্দেশ্য সম্পৰ্কে জানিবলৈ হ'লে ৰায়ৰ লগত তেখেতে হোৱা কথা-বতৰাখিনি ইয়াত দিয়া ভাল হ'ব।

অৰবিন্দই কৈছিল, "এদিন ময়ো যোগৰ দ্বাৰা পৃথিবীৰ ৰূপ সলনি কৰিব খুজিছিলো। মোৰ উদ্দেশ্য আছিল মানৱ সমাজৰ মূল প্ৰকৃতি আৰু আন্দোলনবোৰৰ ৰূপান্তৰ সাধন। নিঃসহায় মৰণশীল মানুহক দগ্ধ কৰা দুখৰাশি নিৰ্বাসন দিয়াই মোৰ লক্ষ্য আছিল।"

এই উক্তিয়ে অৰবিন্দৰ পূৰ্বজীৱনৰ লক্ষ্য আৰু পিচৰ জীৱনৰ লক্ষ্যৰ মাজত সমন্বয় সাধিছে। প্ৰকৃতপক্ষে তেওঁ 'সাবিত্ৰী' কাব্যত লিখিছে ঃ

"জীৱন-গোলাপ, শতদল, বৰ্ণৰ বীণা!
সুমিষ্ট আৰু ঐন্দ্ৰজালিক ছন্দোৰ তুমি নশ্বৰ
দেহাৰ ৰূপান্তৰ সাধা।
স্বৰ্গ আৰু মৰ্ত্যৰ সংযোগ সাধা
কালাধীন মানুহক অমৰ কৰা।"

ইয়াৰপৰা বুজা যায় কিদৰে তেওঁৰ অতীত লক্ষ্য লাহে লাহে ৰূপান্তৰিত হৈ অতিমনৰ সাধনাত পৰিণত হৈছিল।

অৰবিন্দই কৈছিল, "দিলীপ, আৰম্ভণিতে মই মানৱ সমাজৰ মূল প্ৰকৃতি ৰূপান্তৰ আৰু আন্দোলনৰ উদ্দেশ্য লক্ষ্য ৰাখিয়েই যোগ সাধনাত প্ৰবৃত্ত হৈছিলো। অন্তৰ-দেৱতাৰ নিৰ্দেশ শুনি মই পণ্ডিচেৰীত যোগ-সাধনা কৰিবলৈ আহিছিলো।"

দিলীপে সুধিলে, "পত্নীলৈ লেখা আপোনাৰ বিখ্যাত চিঠিখোৰ পঢ়ি মোৰ ধাৰণা হৈছিল আপুনি দেশ উদ্ধাৰৰ বাবেই যোগত প্ৰবৃত্ত হৈছিল।"

"হয়। মই লেলিকো কৈছিলো। কবিতা ৰচনা আৰু দেশ সেৱাত বিঘিনি নঘটিলেহে মই তেওঁৰ নিৰ্দেশ মানি যোগ-সাধনা কৰিম বুলি তেওঁক জনাইছিলো।"

"তাৰ পিচত কি ঘটিল?"

"লেলিয়ে সন্মতি প্ৰকাশ কৰি মোকে দীক্ষা দিলে। কিন্তু মোৰপৰা তেওঁ বিদায় লৈ যাওঁতে মোক সম্পূৰ্ণৰূপে মোৰ অন্তৰৰ নিৰ্দেশ মানি চলিবলৈ কৈ গ'ল। তেতিয়াৰেপৰা মই এই অন্তৰ-বাণীহে শুনি আহিছোঁ। লাহে লাহে মই পূৰ্ণ যোগৰ বিকাশ কৰিবলৈ ধৰিলো। নতুন যৌগিক চেতনা লাভ কৰিলত মোৰ ন উপলব্ধি হ'ল, জ্ঞান বাঢ়িল আৰু জ্ঞানে মোৰ মনোভাৱৰ সলনি কৰিলে। তেতিয়া মোৰ ধাৰণা হ'ল, কেৱল অজ্ঞানতাৰ কাৰণেই মই ধৰি লৈছিলো যে এতিয়া আৰু এই পৃথিৱীতে সেই অসম্ভৱক সম্ভৱ কৰিব পৰা যাব। মোৰ স্বপ্নভঙ্গ ঘটিল।"

"কি বুলি ক'লে, অজ্ঞানতা?"

তেওঁ মূৰ দুপিয়ালে, তাৰ পিচত ক'লে, "তেতিয়া মই বুজিব পৰা নাছিলো কিয় মহত্তম ব্যক্তিৰ পক্ষেও ব্যক্তিগতভাৱে পৰম সমাধান লাভ কৰা সম্ভৱ নহয়। মানৱ সমাজ তাৰ বাবে প্ৰস্তুত হ'ব লাগিব। মূল অসুবিধা কিহত জানা? দিব্য পোহৰ অৱৰোহণৰ বাবে প্ৰস্তুত হ'লেই জানিবা; কিন্তু যেতিয়ালৈকে নিম্নলোক সমানে প্ৰস্তুত হৈ অৱৰোহণৰ ভৰ সহ্য কৰিবলৈ আগ-বাঢ়ি নাহে তেতিয়ালৈকে সেই দিব্য পোহৰ স্থায়ীভাৱে থাকিব বুলি আশা কৰিব নোৱাৰি। গতিকে বৰ্তমান কালত আৰু এই স্থানত বাইজক নিজৰ সাধ্যানুসাৰে উপলব্ধি কৰিব পৰাকৈ নিজৰ উপলব্ধিৰ পোহৰ আংশিকভাৱে জ্ঞাত কৰোৱাই একমাত্ৰ কৰ্তব্য।

এই কৰ্তব্য কৰাও টান। কাৰণ, তুমি অকল পোহৰ গ্ৰহণ কৰিব পাৰিলেও নহ'ব, আনক সেই পোহৰ দান দিবলৈ সমৰ্থ হ'ব লাগিব। মুক্ত গ্ৰহণ-ক্ষমতা এক বিশেষ স্পৃহাৰপৰা আহে; কিন্তু দান-ক্ষমতাৰ কাৰণে বেলেগ স্পৃহাৰ আৱশ্যক। পিচৰটো স্পৃহা এক বিশেষ ধৰণৰ গুণ। কিছুমান লোক আহৰণ কৰিবলৈ সমৰ্থ; কিন্তু লোকক জ্ঞাত কৰাত তেওঁলোক ব্যৰ্থ হয়। তদুপৰি জ্ঞাত কৰিলেও, গ্ৰহণৰ ক্ষমতা নোহোৱা মানুহে তাক গ্ৰহণ কৰিবলৈ টান পায়। আশাশুধীয়া মানুহেও এই কামত ব্যৰ্থ হোৱা দেখা যায়। গতিকে গ্ৰহণ আৰু দান দুয়োটি ক্ষমতাৰে সমান অধিকাৰী পুৰুষৰ সংখ্যা অতি কম। এতিয়া তুমি ধৰিব পাৰিছা সমস্যাটো কিমান জটিল! এজন লোকে তেন্তে কি কৰিব পাৰে? প্ৰত্যেকেই শান্তি বা দিব্যজ্ঞান নিবিচাৰে। বিভিন্ন মানুহৰ উন্নতিৰ বিভিন্ন স্তৰত আছে। জীৱনৰ অপায়-অমঙ্গলৰ বাবে সৰ্বজন-প্ৰযোজ্য প্ৰতিকাৰ দিয়া অসম্ভৱ। মানৱ অভিজ্ঞতাৰ বুৰঞ্জীয়ে আমাক বাৰে বাৰে তাকেই শিকায়।"

"বুদ্ধও এনে এটি সমস্যাৰ সম্মুখীন হৈছিল। তেওঁক সোধা হৈছিল—-কিয় তেওঁ দুখ নিবাৰণৰ বাবে সকলোকে একে সময়তে নিৰ্বাণ দান নকৰে? বুদ্ধই সোধোতাজনক ঘৰে ঘৰে গৈ বিভিন্ন মানুহৰ আকাঙ্ক্ষাৰ বুজ ল'বলৈ ক'লে। তেওঁ সেইদৰে বুজ লৈ ঘূৰি আহি বুদ্ধক ক'লেহি যে বিভিন্ন মানুহে বিভিন্ন বস্তু আকাঙ্ক্ষা কৰে; কোনোৱে ধন, কোনোৱে ক্ষমতা, কোনোৱে যশ, কোনোৱে সতি-সন্ততি, কোনোৱে স্ত্ৰীৰত্ন, কোনোৱে স্বাস্থ্য, কোনোৱে সৌন্দৰ্য, কোনোৱে দীৰ্ঘ-জীৱন, কোনোৱে সন্মান। বুদ্ধই সুধিলে, 'নিৰ্বাণ কোনোবাই বিচাৰিছিলনে?' উত্তৰ পালে—'নাই বিচৰা'। তেতিয়া বুদ্ধই হাঁহি ক'লে, 'তেনেহ'লে মই বলেৰে নিবিচৰা লোকক কেনেকৈ দান দিওঁ?"

অৰবিন্দৰ সমস্যাটোও তদ্ৰূপ। তথাপি দিলীপ ৰায়ে সুধিলে,

"তেনেহ'লে মানুহৰ বিশাল দুখ-দুৰ্দশা আৰু ভয়ৰ জানো কেতিয়াবা সমাধান হ'ব ?"

অৰবিন্দই উত্তৰ দিলে, "মানুহে যেতিয়ালৈকে অজ্ঞানতাক আকোৱালি লৈ থাকে আৰু এই অজ্ঞানতা সকলো দুখৰ জনক বুলি উপলব্ধি নকৰে তেতিয়ালৈকে কি কৰিবা ? যেতিয়ালৈকে আসক্তিৰ অন্ধকাৰ কামনা কৰি থাকে, মুক্তি আৰু জ্ঞানৰ পোহৰ নিবিচাৰে, তেতিয়ালৈকে মানুহে সত্য দেখা নেপায়। কৰ্মৰ অব্যৰ্থ নিয়ম উলঙ্ঘা কৰিবা কেনেকৈ ?"

"তেনেহলে যোগৰ দ্বাৰা কিনো সিদ্ধিলাভ কৰিব খুজিছে ?"—ৰায়ে সুধিলে, "নিজৰ মুক্তি বা সিদ্ধি বিচাৰিছেনেকি ?"

অৰবিন্দই ক'লে, "ওহোঁ, অকল তাকে বিচৰা হ'লে ইমান দিন নেলাগে।* এতিয়া তোমাৰ প্ৰশ্নৰ পতিয়ন যোৱাকৈ উত্তৰ দিয়া মোৰ পক্ষে অসম্ভৱ। কাৰণ, মই কিয় যোগ কৰিছোঁ তাক বিবৰি কওঁ যদিও তুমি বুজিব নোৱাৰিবা, অথবা ভুলকৈ বুজিবা। মুঠতে কওঁ শুনা, মই পৃথিবীলৈ উচ্চলোকৰ পোহৰ আনিব খুজিছোঁ। মোৰ উদ্দেশ্য হ'ল এটা নতুন শক্তি প্ৰকাশ কৰা—যি শক্তি ভৌতিক জগতৰপৰা বিলুপ্ত হ'ব নোৱাৰে। সেই শক্তিয়ে জগতত প্ৰভাৱ বিস্তাৰ কৰি দিব্যবস্তু আমাৰ সমগ্ৰ সত্তা আৰু দৈনন্দিন জীৱনত প্ৰকাশ কৰিব।"

"ইয়াকেই আপুনি অতিমানসিক দিব্যবস্তু বুলিছেনেকি ?"

"এৰা, বুলিছোঁ। কিন্তু নামৰ গুৰুত্ব নাই। খালি মনত ৰাখিবা, বহুতো কাৰণত অতিমানসিক শক্তিৰ ক্ৰিয়া এতিয়াও পাৰ্থিৱ প্ৰকৃতি আৰু চেতনাত অনুভূত হোৱা নাই।"

"অৱৰোহণৰ সময় অনুকূল নোহোৱা কাৰণেনেকি ?"

"আংশিকভাৱে আন আন কাৰণো আছে। কিন্তু সেইবোৰৰ কথা মই নকওঁ, কাৰণ মানসিক ভাষাত সেইবোৰ কথা জ্ঞাপন কৰা

---

* অৰবিন্দৰ লগত দিলীপ ৰায়ৰ এই কথোপকথন হয় ১৯২৪ চনৰ ২৪ জানুৱাৰীত।

সম্ভৱ নহয়। যদি স্থাপন কৰাৰ চেষ্টা কৰোঁ, তেন্তে ই আৰু ৰহস্যপূৰ্ণ হৈ পৰিব।”

দিলীপ ৰায়ে তেতিয়া সুধিলে, “বাৰু কওকচোন, আগৰ দিনৰ যোগীসকলে এই শক্তিৰ কথা জানিছিলনেকি?”

“কোনো কোনোৱে জানিছিল। কিন্তু সেই সত্য তোমাৰ আগত মই কেনেকৈ প্ৰকাশ কৰোঁ? আচল কথা হ’ল, তেওঁলোকৰ কোনো কোনোৱে ব্যক্তিগতভাৱে সেই উচ্চলোকলৈ আৰোহণ কৰি তাৰ লগত একীভূত হৈ আছিল। তেওঁলোকে সেই সত্যক পাৰ্থিৱ চেতনালৈ নমাই আনি তাৰ ওপৰত ক্ৰিয়াশীল কৰা নাছিল। তেওঁলোকক সেই চেষ্টাত প্ৰবৃত্ত হোৱা দেখা নাযায়। মই সেই বিষয়ে সৰহকৈ নকওঁ, কাৰণ মনে সেই অতিমানসিক সত্যকে দেখা নাপায়, বুজাতো দূৰৈৰ কথা।”

“এটা কথা সোধোঁ, ক্ষমা কৰিব, আমাৰ পৃথিবীখন জানো দিনক দিনে ৰসাতললৈ যোৱা নাই? মই যুক্তিবাদী, বাস্তৱবাদী। বিনা অনুতাপেৰে মই এই প্ৰশ্ন কৰিছোঁ। গতিকে প্ৰশ্ন সোধা বাবে ক্ষমা কৰিব।”

“কৰিছোঁ।” অৰবিন্দই মিচিকিয়াই হাঁহি ক’লে, “মই নিজে পৃথিবীৰ বিষম অৱস্থাৰ কথা সদায় আঙুলিয়াই দি আহিছোঁ। পৃথিবীৰ অৱস্থা আৰু বিষম হ’ব। (দৈবজ্ঞানবিদসকলে সাধাৰণতে ভাৱে যে যিমানে অৱস্থা বিষম হয়, সিমানে উচ্চলোকৰ প্ৰকাশ বা হস্তক্ষেপৰ সম্ভাৱনা অধিক হৈ পৰে। সাধাৰণ মনে ধৰিব নোৱাৰে। ইয়াক বিশ্বাস বা অবিশ্বাস কৰিব লগা হয়,—অপেক্ষাই তেওঁলোকৰ গতি।)”

“কিন্তু এই অতিমানসিক শক্তিয়ে কিহৰ বা কাৰ ওপৰত ক্ৰিয়া কৰিব?”

“আমাৰ জীৱন-বস্তুৰ ওপৰত পদাৰ্থ আৰু ভৌতিক জগতৰ মাজেদি।”

"অতীজৰ ঋষি-মুনিসকলে জানো এই সাধনা কৰা নাছিল ?"

"অতিমানসিক সাধনোপায়ৰ সহায়েৰে কৰা নাছিল। আমাৰ মূল ভৌতিক আৰু দৈহিক জগতৰ কথা তেওঁলোকে সিমানকৈ ভবা নাছিল, কাৰণ আমাৰ আধ্যাত্মিক শক্তিৰ সহায়েৰে তাক সলনি কৰাটো সকলোতকৈ কঠিন সাধনা। সেই কাৰণেই ইয়াত সিদ্ধিলাভ কৰাটো বিশেষ প্ৰয়োজনীয়।"

"কিন্তু দিব্যশক্তিয়ে জানো প্ৰকৃততে এনে মহৎ সিদ্ধি বিচাৰে ?"

"নিসন্দেহে বিচাৰে। দিব্যশক্তিয়ে প্ৰকৃততে এনে সিদ্ধি বিচাৰে নে নাই বুলি সুধিলে মই ক'ম, মোৰ বিশ্বাস ই তাকেই বিচাৰে। মই নিশ্চিত ভাৱে জানো, অতিমানসিক শক্তি এটা সত্য আৰু স্বাভাৱিকতে ইয়াৰ আবিৰ্ভাৱ অৱশ্যম্ভাৱী। আচল প্ৰশ্ন হৈছে, কেতিয়া আৰু কেনেকৈ হ'ব। তাৰ নিৰ্ধাৰণো উচ্চলোকেই কৰিব ; ই পূৰ্বনিৰ্ধাৰিতো ; কিন্তু পৰস্পৰ-বিৰোধী শক্তিৰ ভয়ংকৰ সংঘৰ্ষৰ মাজত এই প্ৰশ্নৰ মীমাংসা হৈ আছে।"

"ক্ষমা কৰিব, মই সম্পূৰ্ণ বুজা নাই।"

"মই বুজিছোঁ। কথাটো দুৰ্বোধ্য। এই পাৰ্থিৱ জগততে পূৰ্ব-নিৰ্ধাৰিত ফলশ্ৰুতি গুপ্ত হৈ আছে। আমি সম্ভাৱনাসমূহৰ আৰু সাধন-প্ৰয়াসী শক্তিসমূহৰ আৱৰ্তন দেখোঁ—তাৰ নিয়তি বা পৰিণতি মানব চকুৰ অগোচৰ। অৱশ্যে ভালেমান আত্মাক দ্ৰষ্টা ৰূপে পঠিওৱা হৈছে, আৰু এতিয়া সেই দিব্য দৰ্শন সম্ভৱপৰ হ'ব। মই মানবীয় বুদ্ধিৰ বোধগম্যকৈ কথাবোৰ ব্যক্ত কৰিছোঁ।"

"আৰু অলপ ভাঙি-পাতি ক'ওকচোন।"

"ইয়াতকৈ বেছিকৈ ক'লে সীমা অতিক্ৰম কৰা হ'ব।"

"মোক অন্ততঃ এটা কথা কওক, কেতিয়া সেই আশ্চৰ্য ঘটনা ঘটিব ?"

"তুমি মোক ভবিষ্যদ্বাণী কৰিবলৈ নিশ্চয় কোৱা নাই। যুক্তিবাদী হিচাপে তুমি নিশ্চয় নক'বা।"

দিলীপ ৰায়ে সুধিলে, "আপুনি 'Synthesis of Yoga'ত লিখিছে যে আমি ভৌতিক জগতৰ প্ৰতি পিঠি দিয়া উচিত নহয়, যদিও ই আত্মাৰ জ্যোতিৰ বিৰুদ্ধে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে। বাৰু কওকচোন, আপোনাৰ পূৰ্বসূৰীসকলে ভৌতিক চেতনাৰ পূৰ্ণ ৰূপান্তৰ সাধনৰ বাবে চেষ্টা কৰা নাছিলনে?"

"হয়তো কৰিছিল। কিন্তু নিশ্চিতভাৱে একো ক'ব নোৱাৰি। নিশ্চয়কৈ জানিবপৰা কথা মাথোন এটাই। দৈহিক বা ভৌতিক স্তৰত বিশেষ একো সিদ্ধি হোৱা নাই।"

"এনে অনুমান কৰাৰ কাৰণ কি?"

"কাৰণ, সকলো সিদ্ধিয়েই ভৱিষ্যতৰ বাবে চিন থৈ যায়, যাতে আনে তাৰ অনুসৰণ কৰিব পাৰে। এবাৰ পূৰ্ণৰূপত আধ্যাত্মিক উপলব্ধি হ'লে পিচলৈ তাক সম্পূৰ্ণৰূপে নিশ্চিহ্ন কৰা টান।"

"তেন্তে প্ৰথমতে তাক আপুনি উপলব্ধি কৰিব?"

"নিশ্চয়। ন উপলব্ধি, ভাৱ বা জ্যোতি যিয়েই নহওক কিয়, ই প্ৰথমতে এজন মানুহত আহি থিত ল'বহি, তাৰ পিচত ই বিস্তৃতভাৱে আনবিলাকলৈ প্ৰসাৰিত হ'ব। গীতাত জানো কোৱা নাই যে মহৎলোকৰ কৰ্মপদ্ধতিয়েই আনবিলাকৰ আৰ্হি হয়। পূৰ্ণযোগত উপলব্ধিৰ অন্তত কাম আৰম্ভ হয়; আনবিলাক যোগ উপলব্ধিৰ লগে লগে শেষ হৈ পৰে। মই মূলতঃ দিব্যশক্তি প্ৰকাশৰ বাবে যত্ন কৰিছোঁ, সেই কাৰণে ময়েই প্ৰথমতে সেই শক্তি লাভ কৰিব লাগিব। তাৰ পিচতহে তাক মই পাৰ্থিব চেতনাত ক্ৰিয়াশীল কৰিব পাৰিম। উৰ্দ্ধগমন হ'ল প্ৰথম খোজ, নিম্নগমন দ্বিতীয় খোজ।"

"নিম্নগমনে কেনেকৈ ক্ৰিয়া কৰিব?"

"অতিমানসিক শক্তিয়ে যেতিয়া আমাৰ সত্তা স্পৰ্শ কৰে, তেতিয়া আমাৰ চেতনাই মনৰ সন্ধ্যাৱস্থা অতিক্ৰম কৰে (মনৰ এই

সন্ধ্যাৱস্থাত দিব্যশক্তি ৰূপহীন বা নিগঢ়ী কৰি তোলে )। তাৰ পিচত ই উচ্চলোক পায়গৈ। এই উচ্চলোকত জ্যোতিয়ে মুক্ত খেলা কৰে। তাত দিব্যশক্তিৰ নিগঢ়ীকৰণ অসম্ভৱ। ইয়াৰ ক্রিয়াৰ ফলত জীৱন, মন আৰু দেহৰ ৰূপান্তৰ সাধিত হয়। বস্তুজগতত আৱিৰ্ভাৱ হোৱাৰ পিচত এই শক্তিৰ এইটোৱেই এটি প্ৰাথমিক কাম—তাৰ সাধাৰণ উদ্দেশ্য হ'ল মানৱ জীৱনত ন যুগ প্রৱর্তন কৰা। তুমি মোক ভুল নুবুজিবা। মই অতিমানসিক শক্তিক নমাই আনাৰ বাবেই এই সিদ্ধি কৰিছোঁ আৰু তাক আমাৰ সত্তাত ক্রিয়াশীল কৰাই মানসিক স্তৰতকৈ ওপৰলৈ নিব খুজিছো। তেতিয়া তাৰ কাম হ'ব মন, জীৱন আৰু দেহৰ ক্রিয়াক ৰূপান্তৰিত আৰু উন্নীত কৰা। অৱশ্যে অতিমানসিকীকৰণ এদিনতে হ'ব বুলি আমি ক'ব নোৱাৰো। গতিকে ঘপ কৰে সকলোবোৰৰ ৰূপান্তৰ সাধন হ'ব বুলিও নকওঁ। ই সম্ভৱপৰ নহয়।"

"আমি ৰূপান্তৰ সাধনৰ বাবে সাজু হোৱা নাই বাবেনেকি ?"

"অকল সেয়ে নহয়। অন্যান্য অবুজন বাধা আৰু প্রতিকূল শক্তিও বৰ্তমান। এই বস্তুজগত যুগ যুগ ধৰি অন্ধকাৰ-শক্তিৰ দুৰ্গস্বৰূপ হৈ আছে। মিছা শক্তিৰ অতিশয় শক্তিশালী দুৰ্গ ইয়াত আছে আৰু সেইবাবে যুগ যুগ ধৰি জড়তাই ইয়াত আধিপত্য কৰি আহিছে। তালৈ সত্যৰ বাণী নিয়া আৰু জ্যোতিৰ আঘাতৰ প্ৰতি ইয়াৰ সঁহাৰি যোগোৱা অতি টান কাম। তথাপি তাত অতিমানসিক শক্তি অৱতৰণ কৰিলে ক্রিয়াশীল হ'ব পাৰিব। আন কথাত পাৰ্থিৱ চেতনাই এই শক্তিক ধাৰণ কৰিব পাৰিলেই এনে ক্রিয়া আৰম্ভ হ'ব।"

"এনে ক্রিয়া সম্ভৱপৰ বুলি ধৰি ল'লেও আৰম্ভণিতে এই শক্তিয়ে কাৰ মাজত গতি সঞ্চাৰ কৰিব ?"

"যিবিলাক লোকে শক্তিৰ মাধ্যম বা বাহন হ'বৰ বাবে ক্ষমতা লাভ কৰে, ৰূপান্তৰিত হোৱাৰ পিচত মানুহৰ মাজত বিকাশৰ

কিমান সম্ভাৱনা আছে এওঁলোকৰ প্ৰত্যেকেই তাৰ নিদৰ্শন দৰ্শাব পাৰিব। বুজিছানে?"

"বাৰু কওকছোন, এই শক্তি বা প্ৰভাৱে অধিকাংশকে ফলশ্ৰুতি লাভ কৰিবলৈ সমৰ্থ কৰাবনে কেৱলমাত্ৰ অ'ৰ-ত'ৰ এমুঠি মানুহৰহে সুবিধা কৰিব?"

"নিশ্চয় বহুত মানুহেই ফল ভোগ কৰিব। এজন দুজন মানুহৰ বাবে মই পূৰ্ণ যোগ কৰা হলে তাৰ উপকাৰিতা নেথাকিলে-হেঁতেন। তুমি নিশ্চয় জানা যে মই ভৌতিক-দৈহিক জগত বিসৰ্জন দিব নোখোজো; তাক আপোন মনে অনিয়ন্ত্ৰিতভাৱে চলিবলৈ দিব নোৱাৰো। মোৰ উদ্দেশ্য হৈছে সেই উচ্চতৰ জ্যোতি আৰু দৰ্শনৰ সহায়েৰে তাক ৰূপান্তৰিত কৰা।"

"আপোনাৰ উত্তৰসাধক আৰু অনুগামীসকলে তেন্তে আপোনাৰ দৰে অতিমানবীয় সাধনা কৰিব নেলাগিবনেকি?"

"নেলাগে। সেইবাবেই কৈছিলো যে মোৰ যোগ সমগ্ৰ মানৱ সমাজৰ বাবে। অটব্য বননি ভাঙি যি প্ৰথমতে বাট উলিয়ায়, তেৰেঁই বাটকটীয়া। বাটকটা হয় অনুগামীসকলৰ বাবে। তেওঁ আনৰ সুবিধাৰ্থে নিজে অশেষ কষ্ট ভোগ কৰে।"

"কিন্তু এনে এটা কাম কৰা সম্ভৱ হ'ব বুলি আপুনি সঁচাকৈয়ে ভাবেনে? প্ৰকৃততে হ'বনে?"

অৰবিন্দই উত্তৰ দিলে, "এজন ব্যক্তিৰ বাবে এই কাম সম্ভৱপৰ বুলিয়েই মোৰ ধাৰণা হয়। মোৰ উপলব্ধিও হৈছে। যি জড়তা আৰু অন্ধকাৰৰ শক্তিয়ে আত্মাক বস্তু আৰু দেহৰ আধিপত্যত ৰাখিবৰ বাবে ষড়যন্ত্ৰ কৰি আছে সেই শক্তিক একে কোবেই এই উন্নত বিজয়ী শক্তিয়ে ধ্বংস কৰা মই দেখিবলৈ পাইছো। এটা স্পষ্ট উদাহৰণ দিওঁ। একোজন যোগীয়ে সহজে নিজকে নিজৰ পৰিবেশৰপৰা বিচ্ছিন্ন কৰি ৰোগৰ শক্তিৰপৰা সম্পূৰ্ণ নিৰাময় লাভ কৰিব পাৰে।"

"কিন্তু জগতৰ মাজলৈ আহিলে কিয় নোৱাৰিব ?"

"তেওঁ তেতিয়া সমাধিৰ নিভৃতিৰপৰা ওলাই আহে, তেতিয়া ৰোগৰ সাৰ্বজনীন ব্যঞ্জনাই তেওঁক স্পৰ্শ কৰে।"

"আপুনি এইটোক জানো বৰ ডাঙৰ সফলতা বুলি ধৰিব ? চাওক, আনকি স্বয়ং মহামুনি বুদ্ধই আমাৰ দুখৰ দৈহিক ফালটোৰ প্ৰতি বিশেষ গুৰুত্ব আৰোপ কৰা নাছিল।"

অৰবিন্দই ক'লে, "তুমি হয়তো পাহৰিছা যে বুদ্ধই জীৱনৰ সম্পৰ্কে সম্পূৰ্ণ বেলেগ মনোভাৱ গ্ৰহণ কৰিছিল। তেওঁ নিৰ্বাণৰ সহায়েৰে এই ইন্দ্ৰিয়জ্ঞানজনিত দৃশ্যমান জগতৰপৰা অন্তিম নিষ্কৃতি লাভ কৰিব খুজিছিল। মানৱ বিকাশৰ সেই স্তৰত মহত্তৰ উপলব্ধিৰ বাবে হয়তো মানৱ মন প্ৰস্তুত নাছিল। যি কাৰণতেই নহওক, তুমি এটা কথা মন নকৰি নোৱাৰা। বুদ্ধই জীৱনৰ আত্ম-প্ৰকাশৰ ধৰণ অৰ্থাৎ জীৱনৰ সকলো ৰূপ-লীলাৰ প্ৰতি বিমুখ হৈ সিদ্ধি বিচাৰিছিল। মই এই জীৱন-লীলাৰ সম্পূৰ্ণ ৰূপান্তৰহে বিচাৰো। মোৰ উদ্দেশ্য জীৱন-বিসৰ্জন নহয়, আত্মাৰ আলোকেৰে তাক ৰূপান্তৰিত কৰা। মই ভৌতিক জীৱন দলিয়াই পেলোৱা নাই, মাত্ৰ আত্মাৰ কাৰণে বস্তুৰ ওপৰত বিজয় লাভ কৰিব খুজিছোঁ। মোৰ উদ্দেশ্য হৈছে দেহক সচেতন আৰু নিখুঁত যন্ত্ৰৰূপে গঢ়া। তাৰ সীমাবদ্ধতা আৰু বাধাদায়িনী শক্তি আঁতৰোৱাও এই উদ্দেশ্যৰ এটা ডাঙৰ অঙ্গ।"

এই কথোপকথনৰ সেইদিনালৈ ইমানতে যতি পৰে। ২৫ জানুৱাৰীৰ দিনা তেওঁ আকৌ অৰবিন্দক দেখা কৰে। সেইদিনাখনো তেওঁ বহুত প্ৰশ্ন সোধে। প্ৰথম প্ৰশ্নটি আৰম্ভ হয় অৰবিন্দই দেশবন্ধু চিত্তৰঞ্জন দাশলৈ দিয়া এখন চিঠিক কেন্দ্ৰ কৰি।

ৰায়ে ক'লে, "আপুনি সেই চিঠিত দাবী কৰিছিল যে নতুন চেতনা জাগ্ৰত কৰিবপৰা শক্তি যোগৰ আছে। মই জানিব খোজো এই চেতনাৰ কিবা স্পষ্ট ফল দেখা পোৱা যায়নেকি ? যদি যায়,

তেন্তে কি কি শক্তিৰপৰা কি কি ফল লাভ হয় তাক ধৰিব পৰা সম্ভৱনেকি ? অৱশ্যে শক্তি মানে 'যোগৰ দ্বাৰা বিকশিত' শক্তিকে বুজাইছোঁ। আন উপায়ৰ দ্বাৰা বা আন কাৰণৰ দ্বাৰা সেই ফল লাভ হ'ব কিয় নোৱাৰে ?"

"অৰ্থাৎ তুমি যৌগিক শক্তিক বস্তুগত দেখনিয়াৰ পৰীক্ষাৰ দ্বাৰা প্ৰমাণ কৰিব খুজিছা ?" অৰবিন্দই উত্তৰ দিলে, "তুমি বীক্ষণাগাৰৰ বৈজ্ঞানিকৰ সন্তুষ্টিৰ বাবে এনে প্ৰমাণ বিচাৰিছা। কিন্তু এই শক্তিবোৰক এনে পৰীক্ষাৰ অধীন কৰা সম্ভৱ নহয়। তদুপৰি আধ্যাত্মিক শক্তিৰ বলত এইবোৰ ফলাফল হৈছে বুলি প্ৰমাণ কৰাও অৰ্থহীন। প্ৰত্যেকেই এই সম্পৰ্কে নিজ নিজ ধাৰণা গঢ়িব লাগিব। কাৰণ এইবিলাক ফল যদি গ্ৰহণ কৰা হয় তেন্তে তাক হয় অভিজ্ঞতা নহয় বিশ্বাস, নহয় হৃদয়ৰ অন্তৰ্দৃষ্টি, নহয় বাহ্যিক ৰূপ ভেদ কৰি ভিতৰৰ বস্তু দৰ্শন কৰা গভীৰ বুদ্ধিৰ সহায়ত ঘটা ফল বুলিব পাৰি। তাক প্ৰমাণ আৰু তৰ্কৰ বিষয় কৰিব নোৱাৰি। আধ্যাত্মিক চেতনা এনে ধৰণৰ দাবীৰ সম্মুখীন হ'ব নোৱাৰে, কাৰণ ইয়াত যি সত্য নিহিত থাকে সি আত্মগত। কিন্তু ব্যক্তিগতভাৱে কাৰোবাৰ গ্ৰহণযোগ্য কৰাৰ বাবে এনে সত্যৰ আগ্ৰহ নাই, তাৰ বাবে তৰ্কতো প্ৰবৃত্ত নহয়।"

দিলীপ ৰায়ে সুধিলে. "মই সুধিব খোজো যৌগিক প্ৰেৰণা নোহোৱাকৈ আমি কৰা কামবিলাকৰ কিবা স্থায়ী মূল্য আছে নে নাই।"

"মই তোমাৰ এই ফালৰি কটা প্ৰশ্নৰ কথা ধৰিব পৰা নাই।"

"মই 'আদেশ'ৰ কথা কৈছো। ৰামকৃষ্ণই কৈছিল 'আদেশ' মানে উচ্চতৰ ইচ্ছা কাৰ্যকৰী কৰিবলৈ স্পষ্ট দৈব অনুজ্ঞা লাভ। —তেওঁ কৈছিল যে ওপৰৰ আদেশ বা অনুমতি নেপালে এটা বাণী প্ৰচাৰ কৰা অৰ্থহীন। কিন্তু যুগ যুগ ধৰি মানুহে বিবিধ পন্থাৰে বিভিন্ন সিদ্ধিত অত্মপ্ৰকাশ আৰু আত্ম-সম্পূৰ্ণতা জানো লাভ কৰা

নাই? এওঁলোকেতো আদেশ পোৱা নাছিল! বিজ্ঞান, কলা, দৰ্শন, কবিতা, সঙ্গীত, এইবিলাকৰ সিদ্ধি জানো এইদৰেই হোৱা নাই? এইবিলাক কামৰ জানো স্থায়ী মূল্য নাই বুলি ক'ব?"

অৰবিন্দই ক'লে, "যিকোনো সৃষ্টিশীল কামৰেই এক প্ৰকাৰৰ স্থায়ী মূল্য থাকিবই। এনে ধৰণৰ সৃষ্টিমূলক কামত কি ঘটে মই কওঁ শুনা। ধৰা, মোৰ বাওঁ হাতখন আমাৰ কৰ্মৰ স্তৰ। ইয়াৰ অৰ্থ, এই স্তৰত আমি কিবা সিদ্ধিলাভ কৰোঁ। যদি কিবা বস্তু প্ৰকৃতপক্ষে সৃষ্টিমূলক, তেন্তে তাৰ ক্ৰিয়া-শক্তি ওপৰৰপৰা আহিব। ধৰা, মোৰ বাওঁ হাতৰ ওপৰত থকা এই সোঁ হাতখন সেই উচ্চস্তৰ। (তেওঁ দুয়োখন হাত সমান্তৰালভাৱে ওপৰ-তলকৈ ৰাখিছিল।) ওপৰ স্তৰৰ উচ্চতৰ চেতনাই তলৰ স্তৰত আহি ৰূপ পায়। এই কাৰণেই সকলো প্ৰকৃত সৃষ্টিশীল কামত এটা যোগ-ক্ৰিয়া থাকে। এনে কামত উচ্চস্তৰৰ চেতনা আৰু নিম্নস্তৰৰ চেতনাৰ সংযোগ ঘটে। ফলত প্ৰেৰণাদায়ক আৰু গ্ৰহণকাৰী চেতনাৰ মাজত যোগাযোগ ঘটে। আন কথাত উচ্চস্তৰৰ সত্য বা কল্পদৃষ্টি নিম্নস্তৰৰ ভাষাত প্ৰকাশ পায়।"

"তেনেহ'লে এনে কৰ্ম (ধৰক কলাকৃতি) একেবাৰে মূল্যহীন নহয়?"

"কিয় হ'ব? প্ৰকৃত কলাৰ এটা স্বীকৃত কাম জানো বাণী, ছন্দ, কল্পদৃষ্টি, প্ৰতীক আদিৰ যোগেদি অতীন্দ্ৰিয় জগতৰ কথা ইন্দ্ৰিয়-প্ৰধান জগতলৈ কঢ়িয়াই অনাটোৱেই নহয়? জীৱনে যি বস্তু গুপ্ত কৰি থয়, প্ৰকৃত কলাই তাক প্ৰকাশ কৰে। তদুপৰি সকলো প্ৰকৃত সৃষ্টিৰ উদ্দেশ্য হ'ব লাগে মানুহক নিম্ন স্তৰৰপৰা উচ্চ স্তৰলৈ উন্নীত কৰা। প্ৰকৃততে এনে হয়ো। এনে প্ৰবাহত চেতনাৰ এক ধৰণৰ মুক্তি ঘটে। ইও যোগ-ক্ৰিয়াৰ অনুৰূপ।"

"কিন্তু এনে মুক্তিয়ে জানো সকলো মানুহকে প্ৰকৃতপক্ষে সৃষ্টিশীল কৰি তুলিব পাৰে?"

"এক অৰ্থত এনে হোৱা সম্ভৱপৰ। কাৰণ যোগে প্ৰত্যেকৰে ভিতৰত সুপ্ত উত্তম গুণবিলাক বেকত কৰে; তেওঁৰ মাজত যি সম্ভাৱনাসমূহ আছে, তাক পূৰ্ণৰূপত বিকশিত কৰে। তেওঁ দেখা পায় তেওঁৰ স্বধৰ্ম কি, তেওঁৰ প্ৰকৃতিৰ প্ৰবৃত্তি কেনি।"

"যোগে তেনে এনেয়ে লাভ কৰিব নোৱৰা সকলো ধৰণৰ সফলতাকে লাভ কৰিবলৈ শক্তি দিয়ে?"

"এনে উক্তিত অতিকথন হোৱাৰ সম্ভাৱনা বেছি। অৱশ্যে যোগে অসাধ্য সাধন কৰে, যদি আধাৰটি গ্ৰহণমুখী আৰু পূৰঠ হয়। কিন্তু এনে আধাৰ বা যন্ত্ৰ সহজলভ্য নহয়। তুমি বিষয়টো বুজোতে ভুল নকৰিবা। প্ৰকৃত যোগৰ উদ্দেশ্য আশ্চৰ্য-সাধন নহয়, আশ্চৰ্য্য-সাধন কিবা ঘটিলেও সি উপজাত বস্তুহে। যি কি নহওক, মোৰ পূৰ্ণ যোগৰ উদ্দেশ্য হৈছে আমাৰ মাজত থকা প্ৰত্যেকটো গুণকে বিকশিত কৰা। এই বিকাশ উচ্চতম পূৰ্ণ ৰূপলৈকে ( absolute ) কৰিব লাগিব। তাৰ কাৰণে একাগ্ৰচিত্তে দিব্য পোহৰৰ কামনা কৰিব লাগিব, আৰু ৰূপান্তৰৰ পথৰ বাধা-স্বৰূপ সকলো গতি অস্বীকাৰ কৰিব লাগিব।"

"ইয়াৰপৰা এটা অনুমান কৰিব পাৰিনেকি যে যোগে কলা-কাৰৰ কলাৰ উন্নতি সাধন কৰিব লাগিব।"

অৰবিন্দই ক'লে, "নিশ্চয়। অৱশ্যে এই কথা আগতে প্ৰতিপন্ন হ'ব লাগিব যে সেই মানুহজনৰ স্বধৰ্ম কলা। কাৰণ, যোগে আত্মোপ-লব্ধিৰ পূৰ্ণ চেতনাৰ স্তৰলৈ মানুহক লৈ যায় আৰু এই চেতনাৰ পোহৰে তেওঁক দেখুৱাই দিয়ে তেওঁৰ প্ৰকৃত সিদ্ধি কিহত হ'ব।"

"কিন্তু আমাৰ বুদ্ধিয়ে জানো সেই কাম বিশ্লেষণ আৰু বিশুদ্ধ যুক্তিৰ দ্বাৰা সাধিব নোৱাৰে? এটা কথা", অৰবিন্দই ক'লে, "কামনামুক্ত আৰু বিভেদকাৰী অহং ভাৱ বৰ্জিত নহ'লে যুক্তিয়ে মুক্তি নেপায় আৰু ই নিজা বিশুদ্ধ ৰূপত কাম কৰিব নোৱাৰে। আনহাতে, ন্যায়পূৰ্ণ যুক্তি, বোধিতকৈ নিম্নস্তৰৰ গুণ। আধ্যাত্মিক

উপলব্ধি আৰু ওপৰ স্তৰৰ বস্তু। গতিকে যুক্তিয়ে এইবোৰৰ ঠাই পূৰণ কৰিব নোৱাৰে। আনকি ই বিচাৰক বা সংশোধকৰ আসনো ল'ব নোৱাৰেগৈ। একমাত্ৰ যোগেইহে কামনাৰহিত বিশুদ্ধতা আৰু অহং ভাৱৰ আধিপত্যৰপৰা মুক্তি দান কৰিব পাৰে।"

"আৰু এটা প্ৰশ্ন কৰোঁ, মোৰ যুক্তিবাদী সন্দেহৰ মনোভাৱৰ বাবে দোষ ঘটিলে আপুনি ক্ষমা কৰিব।"

অৰবিন্দই ক'লে, "কোৱা।"

"আমি প্ৰায়ে যৌগিক শক্তিৰ বলেৰে আশ্চৰ্য সাধন আৰু বিভূতি দান কৰাৰ কথা শুনো। এইবোৰ দাবী আৰু কথাত সত্য কিমান? মই নিজে যোগৰ নামত যথেষ্ট টালিবাজী দেখিছোঁ। বিশ্বাসপ্ৰৱণ আৰু অবিবেচকসকলে এইবোৰত পতিয়ন যায়। এনেবোৰ মানুহে কি কয় তাক তেওঁলোকে নিজেই নেজানে। মই খোলাখুলিভাৱে কোৱা দেখি আপুনি বেয়া নেপাব। মই যে অলপ পশ্চিমীয়া ভাৱধাৰাৰ প্ৰভাৱত পৰিছোঁ, তাক আপুনি ধৰিব পাৰিছেই।"

"তুমি নিশ্চয় জানা, পশ্চিমৰ দেশ আৰু পশ্চিমীকৰণৰ বিষয়ে মোৰো অলপ-অচৰপ অভিজ্ঞতা আছে। তেওঁলোকৰ মনোভাৱ মই জানো, বিশেষকৈ গাধোৱা পানীৰ লগত কেঁচুৱাটোকো পেলাই দিয়াৰ মনোভাৱ। আধাখুন্দা বেজে টালিবাজী কৰি যোগসিদ্ধি বা দৈবিক শক্তিৰ অৱমাননা কৰা বাবেই তেওঁলোকে এনে ধৰণৰ সকলো ঘটনাকে প্ৰৱঞ্চনা আৰু টালিবাজী বুলি উৰুৱাই দিয়ে। আচল কথা হ'ল যুক্তিপ্ৰৱণতাক লৈ। সত্যক ঢাকিবলৈ মুখা আৰু ভণ্ডামি আছে বাবেই যে কেৱল মুখা আৰু ভণ্ডামিহে আছে, সত্য নাই, এনে কথা ক'ব নোৱাৰি। মাজে মাজে এনে ধৰণেৰে আধ্যাত্মিক বস্তু প্ৰকাশৰ ভাও জোৰা হয়। এনে উৰা-বাতৰিত বহুত অতিৰঞ্জনও থাকে। কিন্তু সেইবাবেই জানো আধ্যাত্মিক বস্তুৰ প্ৰকাশ নহয় বুলি ৰায় দিব পাৰি? এনে মনোভাৱ গ্ৰহণ

কৰিলে তুমি সত্যৰ মূলত উপনীত হ'ব নোৱাৰিবা। সকলো যোগীয়ে বিভূতিৰ আধিভৌতিক শক্তিৰ সত্যতাত বিশ্বাস কৰে। বিভূতিৰ প্ৰমাণ ইমান অকাট্য যে এইবিলাকৰ সত্যতাত সন্দেহ কৰিবলগীয়া একো নাই।"

"কিন্তু পশ্চিমীয়া গবেষকসকলে এইবিলাক প্ৰমাণ চালিজাৰি চাইছে। তেওঁলোকে অকল সন্দেহ প্ৰকাশ কৰিয়েই এৰা নাই। তেওঁলোকে এইবোৰ সমূলঞ্চে অস্বীকাৰ কৰিছে।"

অৰবিন্দই ক'লে, "সেইটোক খামখেয়ালিহে বুলিব পাৰি। কাৰণ, তেওঁলোকে আগতেই ধৰি লয় যে আমাৰ ভৌতিক চেতনাৰ বাহিৰে আন সাক্ষ্য বা প্ৰমাণ গ্ৰহণযোগ্য নহয়। আমাৰ ইন্দ্ৰিয়ই যি অভিজ্ঞতা ভুকি নেপায়, সেই অভিজ্ঞতা অগ্ৰহণযোগ্য বুলি তেওঁলোকে কয়। অৱশ্যে আটাইবোৰে হয়তো তেনেকৈ নকয়; কিন্তু বহুতেই সেইদৰে ভাবে। কিন্তু ইয়াৰপৰা একো লাভ হোৱা নাই, কাৰণ, আজিকালি ভালেমান লোকে মানিবলৈ বাধ্য হৈছে যে আমাৰ জীৱন প্ৰকৃততে বৰ বহল আৰু জটিল হৈ পৰিছে। গতিকে ইয়াক কঠোৰ প্ৰকল্প আৰু স্বেচ্ছাচাৰী পৰিমাপৰ সহায়েৰে উপলব্ধি কৰা টান। তদুপৰি যিবিলাক ঘটনাক তেওঁলোকে বিভ্ৰম আৰু ভেৰাকুটি বুলিছে, সেইবোৰক সেইদৰে উলাই কৰিব নোৱাৰি। আনকি সেইবিলাক আশ্চৰ্য ঘটনা বুলিও ধৰা টান হৈ পৰে—বিশেষকৈ যেতিয়া ইন্দ্ৰিয়াতীত মাধ্যমেৰে বহুতো আধিদৈবিক শক্তিয়ে কাম কৰে বুলি আমি গম পাওঁ। য়ুৰোপত থাকোঁতে ময়ো অনীশ্বৰবাদী আছিলো। কিন্তু যেতিয়াই মই প্ৰথমতে আশ্চৰ্যজনক শক্তিৰ ক্ৰিয়া দেখা পালো, তেতিয়াই এই লোকসকলৰ সাক্ষ্য, পৰীক্ষা আক সন্তুষ্টি সাধনৰ স্বেচ্ছাচাৰী প্ৰণালী বিসৰ্জন দিলো।"

"আৰু এটা প্ৰশ্ন আছে। এইবিলাক ক্ষমতাৰ ব্যৱহাৰ কৰিলে প্ৰকৃত আধ্যাত্মিক জীৱনৰ বিকাশত বাধা পৰেনে?"

"সদায় যে বাধা পৰিব এনে নহয়। কোনে এই শক্তি ব্যৱহাৰ কৰে আৰু কি কাৰণে কৰে, তাৰ ওপৰতে এই কথা নিৰ্ভৰ কৰে। যোগীসকলে এই শক্তি ব্যৱহাৰ নকৰে বা কৰিব নেপায় বুলি বহুতে ভাবে। কিন্তু এইটো অন্ধবিশ্বাস। মই ভাবো যে যোগীসকলে 'আদেশ' পালেই তেওঁলোকৰ শক্তি ব্যৱহাৰ কৰে। যদি এনে ব্যৱহাৰ কোনো ক্ষেত্ৰত দিব্য ইচ্ছাৰ পৰিপন্থী হয় বা এটা অসৎ শক্তিক বাধা দিওঁতে আন এটা অসততৰ শক্তিৰ অনুপ্ৰৱেশৰ পথহে মুকলি হয়, যোগীসকলে তাক কামত নলগাবও পাৰে। মুঠতে তেওঁলোকে সঙ্গত কাৰণ দেখা পাব লাগিব। আধ্যাত্মিকতাবোধসম্পন্ন লোকে আশ্চৰ্য-সাধন কৰাটো অবিধেয়। প্ৰদৰ্শন, লাভ, যশ, মান-অভিমানৰ উদ্দেশ্যে এনে অসাধাৰণ কাম কৰা অনুচিত। কেৱল প্ৰাণগত উদ্দেশ্যৰ দ্বাৰা অনুপ্ৰাণিত হৈ এই শক্তি ব্যৱহাৰ কৰিব নেপায়; তাৰ আসুৰিক প্ৰদৰ্শনীও অবিধেয়। তদুপৰি মানৱ-প্ৰকৃতি যিবিলাক অমায়িক দুৰ্বলতাৰ প্ৰতি অনুকূল; —ভেম, অভিমান, আকাঙ্ক্ষা আদিৰ বাবেও তাক খটুৱাব নেপায়। আধাখনীয়া যোগীয়ে কেতিয়াবা এনেবোৰ বিৰোধী শক্তিৰ নাগপাশত সোমাই পৰে; তেনে ক্ষেত্ৰত যৌগিক শক্তিৰ ব্যৱহাৰ নিষিদ্ধ কৰা হয় আৰু ব্যৱহাৰকাৰীৰ পক্ষেও অপকাৰী বুলি গণ্য কৰা হয়।

"যিসকল কেৱল প্ৰাণ-লোকত বাস কৰে, সেইসকলেই এনে পতনৰ সন্মুখীন হয়। সবল, মুক্ত আৰু শান্ত মনৰ যোগীসকল, যাৰ মানসিক প্ৰকৃতি জাগ্ৰত আৰু জীৱন্ত—তেওঁলোকে এনে ক্ষুদ্ৰত্বৰ কৱলত নপৰে। যিসকলে প্ৰকৃতপক্ষে দিব্যচেতনাত বাস কৰিব পাৰে, তেওঁলোকৰ বাবে কিছুমান শক্তি শক্তি বুলিয়েই গণ্য নহয়। তেওঁলোকৰ বাবে অতিপ্ৰাকৃতিক বা অসাধাৰণ দৰ্শন আৰু ক্ৰিয়া সাধাৰণ কাম; কাৰণ, ই তেওঁলোকৰ চেতনাৰ অংশবিশেষ। এওঁলোকক নিজৰ চেতনা আৰু প্ৰকৃতি অনুসৰি কাম কৰিবলৈ কেনেকৈ নিষিদ্ধ কৰিবা বা নিদিয়াকৈ থাকিবা?

"মোৰ ধাৰণা, তোমাতকৈও ভাল ধৰণেৰে মই য়ুৰোপীয় শিক্ষা লাভ কৰিছিলো। ময়ো অনীশ্বৰবাদী হৈ এইবোৰ ক্ৰিয়া আৰু শক্তি অস্বীকাৰ কৰিছিলো। কিন্তু যেতিয়াৰেপৰা মই এইবোৰ শক্তি দেখিলো, তেতিয়াৰেপৰা য়ুৰোপত প্ৰচলিত সন্দেহ আৰু অবিশ্বাসৰ মনোভাৱ গ্ৰহণ কৰিব নোৱৰাত পৰিলো। মই অসাধাৰণ অৰ্থাৎ আধিদৈবিক নাইবা যৌগিক শক্তি আৰু উৰ্দ্ধদৈহিক অভিজ্ঞতাবোৰক সম্পূৰ্ণ ৰূপে স্বাভাৱিক আৰু বিশ্বাসযোগ্য বুলিয়েই ভাবো। সাধাৰণ দৈহিক মানৱীয় চেতনাই চেতনাৰ প্ৰকৃতিৰ সীমা নিৰ্ধাৰণ নকৰে। ইয়াৰ আন স্তৰো আছে। যৌগিক বা উৰ্দ্ধদৈহিক শক্তিবোৰক যদি অতিপ্ৰাকৃতিক বা অবিশ্বাস্য বুলি ধৰা হয়, তেন্তে মহৎ সঙ্গীত আৰু মহৎ কবিতা ৰচনাৰ শক্তিকো অতিপ্ৰাকৃতিক বা অবিশ্বাস্য বুলি ধৰিব লাগিব। (এটাতকৈ আনটো ভিন্ন বুলি ক'লে নচলিব।) কিছু লোকেহে এনে কাম কৰিব পাৰে। এক নিযুত লোকৰ মাজত মাথোন এজনমানহে তেনে লোক থাকে। কাৰণ, কবিতা আৰু সঙ্গীত অন্তৰ্সত্তাৰপৰা ওলায়। প্ৰকৃতপক্ষে মহৎ আৰু সৎ ৰচনা কৰিবলৈ হ'লে আন্তৰিক সত্তাৰ এক অনিৰ্বচনীয় বস্তুৰ লগত বাহিৰ মনৰ স্পষ্ট সংযোগ লাগিব। যৌগিক চেতনা আৰু শক্তিৰ ক্ৰিয়া এই ক্ৰিয়াৰে অনুৰূপ। সংযোগ পথ পৰিষ্কাৰ কৰাই প্ৰধান কাম। প্ৰকৃতপক্ষে এজন মুক্ত যোগীয়ে যৌগিক শক্তি কেতিয়াও বিভেদ-কামী অহং ভাৱৰ সেৱাত নখটুৱায়। কাৰণ, এই অহংভাৱ ব্যক্তিগত কামনা আৰু আকাঙ্ক্ষাৰ সমষ্টি মাথোন। মুক্ত যোগীসকলৰ এইবিলাক বস্তু নাই।"

দিলীপ ৰায়ৰ লগত অৰবিন্দৰ ১৯৪৩ চনৰ ৪ ফেব্ৰুৱাৰীত আৰু এটি সাক্ষাত ঘটে। কিন্তু এই সাক্ষাতত ৰায়ে মূলতঃ কি উপায়েৰে সাধাৰণ মনৰ স্তৰৰপৰা উচ্চতৰ মানসিক স্তৰলৈ যাব পাৰি সেই বিষয়ে আলোচনা কৰে। অৰবিন্দই বিবেকানন্দৰ

ৰাজযোগ পদ্ধতি আৰু তেওঁ লেলেৰপৰা শিকা মন-নিয়ন্ত্ৰণৰ পদ্ধতিৰ কথা উল্লেখ কৰে। লগতে তেওঁ দিলীপ ৰায়ক নিজৰ সঙ্গীত আৰু কাব্যত প্ৰকাশ পোৱা মানসিক শক্তিক অৱলম্বন কৰি যোগ কৰিবলৈ উপদেশ দিয়ে। তেওঁ এই সাক্ষাতত ৰায়ৰ ওপৰত অতিমানসিক দিব্য-শক্তি প্ৰয়োগ কৰে বুলি দাবী কৰিছে। এই সাক্ষাতৰ ফল স্বৰূপে তেওঁ অহংভাব আৰু যুক্তিবাদী মনৰ সংস্কাৰ বিসৰ্জন দি অৰবিন্দক গুৰু মানে। এই সাক্ষাতত অৰবিন্দই গুৰুবাদৰ বিষয়েও তেওঁৰ মত ব্যক্ত কৰে। তেওঁৰ মতে গুৰু নোহোৱাকৈ তেওঁৰ দ্বাৰা প্ৰৱৰ্তিত পূৰ্ণযোগ সাধনা কৰা সম্ভৱপৰ। বৈৰাগ্য সম্পৰ্কেও ৰায়ৰ লগত অৰবিন্দৰ আলোচনা হয়। প্ৰসঙ্গটো ৰায়ৰ ব্যক্তিগত সমস্যা আলোচনা কৰোঁতে উত্থাপিত হৈছিল। অৰবিন্দই যেতিয়া ৰায়ক তেওঁৰ স্বধৰ্মৰ যোগেদি সাধনা কৰিবলৈ কৈছিল, তেতিয়া ৰায়ে কৈছিল, সঙ্গীত আৰু কাব্যৰ প্ৰতি তেওঁৰ বিৰাগ উপজিছে। অৰবিন্দই তাক বৈৰাগ্য বুলি অভিহিত কৰে আৰু কয় যে প্ৰাণৰ স্তৰ আৰু উচ্চতৰ মানসিক স্তৰৰ ভিতৰত যেতিয়া সংঘৰ্ষ উপস্থিত হয় তেতিয়াই বৈৰাগ্য আহে। ইমান দিনে ভাৰতবৰ্ষত এই বৈৰাগ্যৰ ভেটিতেই যোগ-সাধনা কৰি অহা হৈছিল। কিন্তু তেওঁ বৈৰাগ্য গ্ৰহণ নকৰে। তেওঁ গীতাত উল্লিখিত সমতাৰ অনুসৰণ কৰি আহিছে আৰু সেইকাৰণে তেওঁ কোনো সীমাৰ মাজত কাম নকৰে। অৰবিন্দই বস্তুজগতক বিসৰ্জন দিয়া নাছিল, তাক দিব্য-শক্তিৰ বলেৰে ৰূপান্তৰিত কৰি মানৱ-মনক বিকশিত কৰাই তেওঁৰ উদ্দেশ্য আছিল। তেওঁ ৰায়ক কৈছিল যে বিজুলী শক্তিৰ ঢৌৰ দৰে বা 'কচ্‌মিক ৰেভ'ৰ দৰে মন, চিন্তা আৰু আবেগৰো ঢৌ আছে। আধ্যাত্মিক স্তৰৰপৰা এইবিলাক প্ৰয়োগ কৰি ব্যক্তি বা বহুতো ব্যক্তিৰ মনৰ ওপৰত তাৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰি। ভাষা, কাম বা আন দৃশ্য-মাধ্যমৰ সহায় নোলোৱাকৈও এই শক্তিয়ে বস্তুজগতৰ ওপৰত

অদৃশ্য আৰু নীৰৱে ক্ৰিয়া কৰিব পাৰে। অজ্ঞান মনে তাক ধৰা সম্ভৱপৰ নহয়। এই অদৃশ্য শক্তিৰ ক্ৰিয়া আশ্ৰম আৰু তেওঁৰ চাৰি বেৰৰ মাজতে প্ৰযোজিত বা সীমাৱদ্ধ নহয় বুলিও তেওঁ দাবী কৰিছিল। তেওঁ কৈছিল যে বিভিন্ন ব্যক্তিৰ মনৰ ওপৰত প্ৰয়োগ কৰাৰ উপৰিও এই শক্তি তেওঁ দ্বিতীয় মহাযুদ্ধৰ ঘটনাৱলী সঠিক উদ্দেশ্যৰ প্ৰতি ধাবিত কৰিবৰ বাবেও লগাইছিল। আশ্ৰমখন অৱশ্যে যোগৰ কেন্দ্ৰ, আৰু এই যোগৰ অবিহনে এনে কৰা সম্ভৱপৰ নহয়।

বহিৰ্জগতৰ বা পাৰ্থিৱ প্ৰকৃতিয়ে যি অনুপাতে অতিমানসিক শক্তিৰ অৱতৰণত বাধা দিয়ে, সেই অনুপাতে সেই শক্তিৰ অৱতৰণৰ সম্ভাৱনাও পৃথিৱীত বাঢ়ে। এই বিশ্বাসে৷ অৰবিন্দৰ মূল বিশ্বাসৰ এটা। অতিমনক সাধাৰণ মনেৰে কল্পনা কৰিব নোৱাৰি। ইয়াৰ ক্ৰিয়া, অৱৰোহণ আৰু অৱৰোহণৰ কাল, এইবোৰো এনে মনে ধৰিব নোৱাৰে। তাৰ বাবে মনৰ স্তৰৰ ওপৰৰ অতিমনৰ দিব্যশক্তি দৰকাৰ। অৰবিন্দৰ কবিতা, ৰচনা, নাটক, দাৰ্শনিক গ্ৰন্থত এই শক্তিৰ বিষয়ে চৰ্চা কৰা হৈছে। এইবোৰ গ্ৰন্থ আৰু লেখাতো তেওঁ যোগ-শক্তিৰেই ব্যৱহাৰ কৰিছে। ১৯০৪ চনৰ পিচৰ লেখা-বোৰত এই গুণটি সততে লক্ষ্য কৰা যায়।

# আঠ

এতিয়ালৈকে অৰবিন্দৰ পণ্ডিচেৰী জীৱনৰ বিষয়ে যিবোৰ বিৱৰণী পোৱা যায়, সেইবোৰৰপৰা তেওঁৰ সাধনাৰ কেইবাটাও স্তৰ পোৱা যায়। এই অধ্যায়ত আমি সেইবোৰক ঐতিহাসিক ক্ৰমত কৈ যাম, যদিও আন্তৰিক জীৱনৰ বিকাশৰ ক্ৰম দিয়া সম্ভৱপৰ নহয়।

প্ৰথম স্তৰটো, ১৯০৪ চনৰপৰা ১৯১৪ চনলৈকে, এই দহ বছৰ কাল চলে। এই দহ বছৰৰ ভিতৰত তেওঁ তলত দিয়া ধৰণে জীৱন কটায়। ১৯১০ চনলৈকে তেওঁ শঙ্কৰ চেট্টিৰ ঘৰত আলহী হিচাপে থাকি যোগ-সাধনা কৰে। তাৰ পিচত সুন্দৰ চেট্টিৰ ৰুচুক্ৰেন নামৰ ঘৰটিলৈ যায়। এই সময়ত পণ্ডিচেৰী বিপ্লৱীসকলৰ বাসস্থান হৈ পৰিছিল। সুব্ৰামনিয়া ভাৰতী, শ্ৰীনিবাসচাৰী, নয়স্বামী আয়াৰ, ভি. ৰামস্বামী আয়েঙ্গাৰ, ভি. ভি. আয়াৰ আদিৰ নামেই উল্লেখযোগ্য। ইয়াৰ বাহিৰেও অৰবিন্দৰ গুণমুগ্ধ আৰু বন্ধু কে. ভি. আৰ. আয়াৰো এই সময়তে পণ্ডিচেৰীত আছিল। এওঁৰ সহায়তে অৰবিন্দই 'যৌগিক সাধনা' গ্ৰন্থখনি প্ৰকাশ কৰে।

এইখিনি সময়তে বৃটিছ চৰকাৰে তেওঁক অপহৰণ কৰিবৰ বাবে যত্ন কৰিছিল; কিন্তু সফল নহ'ল। ইয়াৰ পিচত তেওঁৰ ঘৰত চোৰাংচোৱাও নিযুক্ত কৰা হৈছিল; কিন্তু এই চোৰাংচোৱা-সকলকো যথাসময়ত ধৰা পেলোৱা হয়। অপহৰণ কৰা কামত বৃটিছ চৰকাৰ নন্দগোপাল চেট্টি নামৰ এজন মানুহ নিযুক্ত কৰিছিল। কিন্তু যিদিনা অপহৰণ কৰাৰ দিন আছিল সেই দিনাই নন্দগোপালক গ্ৰেপ্তাৰ কৰা হয়। ইয়াৰ পিচত বৃটিছ চৰকাৰে মায়া সেন নামৰ এজন মানুহক অৰবিন্দ আৰু ভি. ভি. এচ.

আয়াৰ আদিৰ বিৰুদ্ধে হিংস বিদ্ৰোহৰ অভিযোগ কৰিবলৈ উৎসাহ দিছিল। কিন্তু আয়াৰে সময়মতে পুলিচক খবৰ দিয়াত তেওঁক ধৰা পেলোৱা হয়। যিগৰাকী ফৰাচী বিচাৰক পুলিচৰ লগত আহিছিল তেওঁৰ নাম আছিল মঁসিয়ে নন্‌ভট। তেওঁ অৰবিন্দৰ ফৰাচী ভাষাৰ জ্ঞান আৰু বিদগ্ধতা দেখি মুগ্ধ হৈ তেওঁক নিজৰ অফিচলৈ মাতি নিছিল। মায়া সেন বৃটিছ-ভাৰতলৈ পলাই গ'ল। ইয়াৰ পিচত নগেন নাগ বুলি এজন চোৰাংচোৱাই অৰবিন্দৰ আশীৰ্বাদ লোৱাৰ ছলেৰে তেওঁৰ ঘৰত খলি পুতি লয় আৰু আন এজন চোৰাংচোৱাক অৰবিন্দৰ ৰান্ধনি কৰিবলৈ সমৰ্থ হয়। কিন্তু এই চোৰাংচোৱাও যথাসময়ত ধৰা পৰে। ইয়াৰ পিচত বৃটিছ চৰকাৰে ৰাজনৈতিক আশ্ৰয়প্ৰাৰ্থীসকলক ওভোতাই দিবলৈ ফৰাচী চৰকাৰৰ ওপৰত হেঁচা দিছিল; কিন্তু অৰবিন্দই নিৰ্ভয়ে তাতে ৰ'ল। তামিলৰ বিখ্যাত কবি সুব্ৰামনিয়া ভাৰতীক তেওঁ কৈছিল, "মই ইয়াৰপৰা এখোজো নলৰোঁ। মোৰ একো নহয়।"

এই কালছোৱাত অৰবিন্দৰ ইমান অৰ্থকষ্ট হৈছিল যে তেওঁৰ হাতত এদিন মাথোন আঠ অনা পইচাহে আছিল। কিন্তু আৰ্থিক দুৰৱস্থাৰ সময়তো তেওঁৰ দুৰ্দশাগ্ৰস্ত ভনীয়েক সৰোজিনীক 'War and Self-determination' নামৰ কিতাপখনিৰ গ্ৰন্থ-স্বত্ব দান কৰি তেওঁৰ দুৰ্দশা লাঘৱ কৰে। আশ্ৰমৰ মেনেজাৰ কে. অমৃতকো তেওঁ পালেই ধন দি সহায় কৰিছিল।

এই কালছোৱাতে তেওঁ দ্বিতীয়বাৰৰ বাবে এবেৰি দিনীয়া অনশন কৰিছিল। এই অনশনৰ কালছোৱাত তেওঁ নিয়মিতভাৱে সকলো কাম আগৰ দৰেই কৰি আছিল, তথাপি দুৰ্বল অনুভৱ কৰা নাছিল। তেওঁৰ ওজন কমিছিল; কিন্তু অনশন ভঙ্গ কৰিবৰ দিনাও তেওঁ কমাই আহাৰ খোৱা নাছিল; আগৰ নিয়মীয়া আহাৰকে গ্ৰহণ কৰি অনশন ভঙ্গ কৰিছিল। ১৯১১ চনৰ ১২ জুলাই তাৰিখে লেখা এখন পত্ৰৰপৰা বুজা যায় যে তেওঁ সেই সময়ত

যোগৰ সাধনাত যথেষ্ট ফলশ্ৰুতি লাভ কৰিছিল। আধ্যাত্মিক শক্তি পৃথিৱীলৈ নমাই অনা, মানুহক ৰূপান্তৰ কৰা, মানুহৰ মন-হৃদয়ৰ ভাৱনা উপলব্ধি কৰা আৰু অদৃশ্য-শক্তিৰ লগত সংযোগ সাধন আদি শক্তি কিছু পৰিমাণে লাভ কৰিছিল বুলি তেওঁ দাবী কৰিছিল।

১৯১৪ চনৰ ২৯ মাৰ্চত অৰবিন্দৰ লগত সাধনাৰ সঙ্গী হ'বলৈ এগৰাকী ফৰাচী মহিলা পণ্ডিচেৰী পায়হি। এওঁৰ নাম হ'ল মিতা ৰিচাৰ্ড। ১৯১০ চনতে তেওঁ অৰবিন্দৰ লগত যোগাযোগ কৰিছিল। এই যোগাযোগৰ ফলত তেওঁ উপলব্ধি কৰিলে যে অৰবিন্দই তেওঁৰ ভৱিষ্যত আধ্যাত্মিক কৰ্মৰ সহচৰ। ১৯১৪ চনত দুয়োৰো মাঁজত যেতিয়া প্ৰথম দেখা হয়, তেতিয়া তেওঁ অৰবিন্দক পৰম-পুৰুষ গুৰু বুলি উপলব্ধি কৰে। তেতিয়াৰেপৰা তেওঁ অৰবিন্দক কৃষ্ণজ্ঞান কৰিবলৈ ধৰিলে।

এই মহিলাগৰাকীৰ উপলব্ধি হ'ল যে অৰবিন্দই সেই মহাযোগী, যাৰ শক্তিৰ বলত এদিন আন্ধাৰ গুচি পোহৰ হ'ব আৰু পৰমেশ্বৰৰ প্ৰভাৱ পৃথিৱীত নিগাজীকৈ পৰিব। মিতা ৰিচাৰ্ডৰ বয়স তেতিয়া ৩৬ বছৰ। তেওঁৰ আগছোৱা জীৱন অস্বাভাৱিক অভিজ্ঞতাৰে ভৰা আছিল। তেওঁ আধিদৈবিক শক্তিৰ ওপৰত অগাধ বিশ্বাস কৰিছিল। এই আধিদৈবিক শক্তিৰ সহায়েৰে হেনো টোপনিতে তেওঁ বহুতো শিক্ষকৰপৰা আধ্যাত্মিক শিক্ষা লাভ কৰিছিল।

১৯১৪ চনৰ ১৫ আগষ্টত এখেতৰ লগ লাগি শ্ৰীঅৰবিন্দই 'আৰ্য' নামৰ এখন পত্ৰিকা উলিয়ায়। এই পত্ৰিকা প্ৰকাশৰ উদ্দেশ্য দুটি আছিল। মানৱ-স্থিতিৰ সৰ্বোত্তম সমস্যাৰ প্ৰণালীবদ্ধ অধ্যয়ন আৰু বিভিন্ন ধৰ্ম-পৰম্পৰাৰ সমন্বয় সাধন কৰাই হ'ল প্ৰথম উদ্দেশ্য। তেওঁলোকে দাবী কৰিছিল এই সাধন-পদ্ধতি বাস্তৱবাদী। এই বাস্তৱবাদী পদ্ধতিত বৌদ্ধিক, বৈজ্ঞানিক আৰু বোধিপ্ৰসূত অভিজ্ঞতাৰো স্থান আছে। দ্বিতীয় উদ্দেশ্য হ'ল শিষ্য আৰু

অনুগামীসকলৰ মুখপত্ৰ এখন প্ৰকাশ কৰা। 'আৰ্য' পত্ৰিকাৰ এটি ফৰাচী সংস্কৰণো ওলাইছিল।

এই আৰ্য পত্ৰিকাতে অৰবিন্দৰ নিম্নলিখিত গ্ৰন্থসমূহ ধাৰাবাহিক ৰূপত প্ৰকাশ পায়—(১) দিব্য জীৱন, (২) যোগ-সাধনা ( synthesis of yoga ), (৩) মানৱ-পৰিক্ৰমা, (৪) মানৱ-ঐক্যৰ আদৰ্শ, (৫) বেদৰ গুপ্তজ্ঞান, (৬) গীতাবিষয়ক ৰচনা, (৭) ভাৰতীয় সংস্কৃতিৰ আধাৰ আৰু (৮) ভৱিষ্যত কবিতা। ইয়াৰ বাহিৰেও তাত কিছুমান ক্ষুদ্ৰ আকাৰৰ প্ৰবন্ধও প্ৰকাশ পাইছিল। এইবোৰৰ ভিতৰত (১) জগত-সমূহৰ কাৰ্য-কাৰণ, (২) ঈশোপনিষদৰ টীকাসম্বলিত পাঠ, (৩) গছৰ আত্মা আৰু (৪) দক্ষিণ ভাৰতৰ ব্ৰঞ্জ-মূৰ্তিসমূহ উল্লেখযোগ্য।

১৯২১ চনত আৰ্যৰ প্ৰকাশ বন্ধ হয়। ইয়াৰ পিচৰপৰা অৰবিন্দই একান্তমনে মূল সাধনাত সৰ্বশক্তি প্ৰয়োগ কৰে। মিটা ৰিচাৰ্ড মহাযুদ্ধৰ সময়ত পণ্ডিচেৰীৰপৰা আঁতৰি গৈছিল। ১৯১৫ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা তেওঁ ফ্ৰান্সলৈ যায়গৈ। পাঁচ বছৰৰ মূৰত তেওঁ ( ১৯২০ চনৰ ২৪ এপ্ৰিল ) পণ্ডিচেৰীলৈ ঘূৰি আহিল আৰু তাতে এদনীয়াকৈ থাকিবলৈ ল'লে। প্ৰথমতে আহি তেওঁ যিটো ঘৰত আছিলহি, সেই ঘৰটো এদিন ধুমুহাত ক্ষতিগ্ৰস্ত হ'ল। অৰবিন্দই সেই খবৰ পাই তেওঁক তেওঁৰ নিজ বাস-ভৱনত থাকিবলৈ মাতিলে। তেতিয়া অৰবিন্দৰ বাস-ভৱন আছিল ৪১ নং ৰু ফ্ৰেঙ্কইচ মাৰ্টিনত।

১৯২১ চনৰপৰা আশ্ৰমত সমূহীয়া ধ্যান আৰম্ভ হয়। এই ধ্যানসমূহ সদায় আবেলি চাৰি বজাত আৰম্ভ হৈছিল আৰু ধ্যান শেষ হোৱাৰ পিচত আলোচনা আদি চলিছিল। ১৯২২ চনৰ ১ জানুৱাৰীৰপৰা এই ফৰাচী মহিলা গৰাকীয়ে অৰবিন্দ আশ্ৰমৰ সম্পূৰ্ণ ভাৰ নিজৰ হাতত তুলি লয়। ১৯২২ চনৰ চেপ্তেম্বৰ মাহত তেওঁলোক এটা নতুন ঘৰলৈ যায়। এই ঘৰটোৱেই হ'ল আশ্ৰমৰ মূল ঘৰ আৰু তাতেই পিচলৈ অৰবিন্দৰ সমাধিও নিৰ্মাণ কৰা হৈছে।

এই মিতা ৰিচাৰ্ডেই হ'ল অৰবিন্দৰ যোগৰ সহচৰী। তেওঁক আশ্ৰমত সকলোৱে 'মা' বুলি মাতে।

১৯২০ চনত অৰবিন্দক কংগ্ৰেছ সভাপতি হ'বৰ বাবে নিমন্ত্ৰণ কৰা হৈছিল; কিন্তু অৰবিন্দ সন্মত নহ'ল। ডাঃ মুঞ্জেলৈ তেওঁ এইবুলি চিঠিত লিখিলে, "মই ইতিমধ্যে আপোনালৈ টেলিগ্ৰাম কৰি মোৰ সিদ্ধান্ত জনাইছোঁ। নাগপুৰ কংগ্ৰেছৰ সভাপতি পদ গ্ৰহণ কৰিবলৈ মই অক্ষম। বৰ্তমান মই আন এটি সাধনাত ব্যস্ত। এই কামৰ আধাৰ আধ্যাত্মিক। একাধাৰে সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু আধ্যাত্মিক পুনৰগঠনৰ এক বৈপ্লৱিক সাধনাত মই নিমগ্ন। মই যি পৰীক্ষা বা গৱেষণা-কাৰ্য হাতত লৈছোঁ, তাক পূৰ্ণ কৰিবৰ বাবে মোৰ সৰ্বশক্তি আৰু মনোযোগ আৱশ্যক। এয়ে মোৰ জীৱনৰ লক্ষ্য। জীৱনৰ বাকীকেইটি দিন মই ইয়াকে কৰিম।" ইয়াৰ লগে লগে তেওঁ অনুভৱ কৰিছিল, ভাৰতবৰ্ষ স্বাধীন হ'বই।

১৯২৩ চনৰপৰা অৰবিন্দৰ শিষ্যসকলে তেওঁৰ জন্মদিন পালন কৰিবলৈ আৰম্ভ কৰে। প্ৰথম জন্মোৎসৱত অৰবিন্দই শিষ্যসকলক কয় যে একমাত্ৰ সত্যত চলিলেহে জন্মোৎসৱ সাৰ্থক হ'ব। লাহে লাহে অৰবিন্দই কথা কোৱা আৰু দেখা-সাক্ষাৎ কমাই দিলে। তেওঁৰ জীৱন ৰহস্যময় অন্তৰ্জীৱনত পৰিণত হ'ল। ১৯২৬ চনৰ ২৪ নৱেম্বৰৰ দিনা তেওঁৰ সিদ্ধি লাভ হোৱা বুলি তেওঁ দাবী কৰে। এইদিনাই বোলে তেওঁৰ ওপৰ স্তৰৰ মনক দৈহিক স্তৰলৈ নমাই আনে। আশ্ৰমৰ দিন-পঞ্জীত চাৰিটি দিন পবিত্ৰ আৰু বিশেষ বুলি গণ্য কৰা হয়। তাৰ ভিতৰত এই দিনটোও এটা। অৰবিন্দই এই দিনটোৰ কথা এনেদৰে লিখিছে ঃ

"১৯২৬ চনৰ ২৪ নৱেম্বৰৰ দিনা কৃষ্ণ দৈহিক জগতলৈ নামি আহিল। কৃষ্ণ অতিমানসিক জ্যোতি নহয়। কৃষ্ণৰ অৱতৰণৰ অৰ্থ হ'ল ওপৰৰ ঈশ্বৰতত্ত্বৰ অৱতৰণ। ইয়াৰ পিচতহে অতিমন আৰু আনন্দ নামি আহিব।"

১৯২৬ চনৰ পিচৰপৰা অৰবিন্দই প্ৰায় সম্পূৰ্ণৰূপে নিৰ্জনতাৰ আশ্ৰয় ল'লে। শিষ্য-প্ৰশিষ্যই তেওঁক কাচিৎহে দেখা পাবলৈ ধৰে। তেতিয়াৰেপৰা 'মা'ই আশ্ৰমৰ সম্পূৰ্ণ ভাৰ গ্ৰহণ কৰিলে। অৰবিন্দৰ সলনি তেওঁ শিষ্য-প্ৰশিষ্যক সাধন মাৰ্গৰ শিক্ষা দিবলৈ ধৰে। অৰবিন্দই বছেৰেকত কেৱল তিনিদিন আশ্ৰমবাসীক দৰ্শন দিছিল। এই দিনকেইটি হ'ল ২১ ফেব্ৰুৱাৰী, ১৫ আগষ্ট আৰু ২৪ নৱেম্বৰ। ১৯৩৯ চনৰ পিচত ২৪ এপ্ৰিলৰ দিনটোও পৱিত্ৰ বুলি ধৰা হয়। এই দৰ্শনৰ দিনকেইটা হ'ল ক্ৰমে 'মা'ৰ জন্মদিন, অৰবিন্দৰ জন্মদিন, সিদ্ধিৰ দিন আৰু পণ্ডিচেৰীত 'মা'ৰ দ্বিতীয়বাৰ অৱতৰণৰ দিন। অৰবিন্দপন্থীসকলৰ পৱিত্ৰ দিন নিৰ্বাচন কৰোঁতে 'মা'ৰ প্ৰতি বিশেষ মনোযোগ দিয়াটো তাৎপৰ্যপূৰ্ণ। অৰবিন্দই মাক অন্তৰত উচ্চাসন দি প্ৰতিষ্ঠা কৰাৰেই ই প্ৰমাণ। অৰবিন্দৰ নিৰ্জন সাধনাৰ কালছোৱাৰ এটি উল্লেখযোগ্য ঘটনা হ'ল ১৯৩৮ চনৰ ২৪ নৱেম্বৰৰ দিনা ভৰিত পোৱা আঘাত।*

১৯৫০ চনৰ ৫ ডিচেম্বৰৰ দিনা দিনৰ ১-২৬ মিনিটত অৰবিন্দৰ নশ্বৰ দেহাৰ অৱসান ঘটিল। তেওঁৰ দেহটি চাৰিদিনলৈ সমাধিস্থ কৰা হোৱা নাছিল। শিষ্যসকলে বিশ্বাস কৰিছিল তেওঁৰ দেহত দিব্যজ্যোতি বিৰাজ কৰিছিল। ৯ ডিচেম্বৰৰ দিনা তেওঁৰ দেহটি প্ৰাৰ্থনা-বৃক্ষৰ তলতে সমাধিস্থ কৰা হয়। তেতিয়াৰেপৰা সেই ঠাই-টুকুৰা প্ৰাৰ্থনাৰ স্থান হিচাপে পৰিগণিত কৰা হৈছে।

* এই আঘাতৰ সময়তে ডাক্তৰসকলে তেওঁৰ দেহ পৰীক্ষা কৰিবলৈ সুযোগ পায়। তাক তেওঁ বিৰোধী শক্তিৰ ক্ৰিয়া বুলি অভিহিত কৰিছিল।

অৰবিন্দৰ প্ৰকাশিত গ্ৰন্থ প্ৰায় ৪০খন। এই গ্ৰন্থসমূহক চাৰি ভাগে ভগাব পাৰি। প্ৰথমভাগক ভাৰতীয় সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থ বুলিব পৰা যায়। আন তিনিভাগ ক্ৰমে সাহিত্য, ৰাজনৈতিক আৰু দাৰ্শনিক সাহিত্য। তেওঁ ইংৰাজী ভাষা ভালদৰে জানিছিল আৰু সৰহভাগ সাহিত্য এই ভাষাতে ৰচনা কৰিছিল। য়ুৰোপীয় সাহিত্য-সংস্কৃতি আৰু দৰ্শনৰো তেওঁৰ অগাধ জ্ঞান আছিল; এই-বিলাক বস্তুৰ মূল্যায়ন কৰিছিল নিজস্ব দৃষ্টিভঙ্গীৰ দ্বাৰা।

অৰবিন্দৰ ৰাজনৈতিক লেখাবোৰৰ উল্লেখ আমি আগতেই কৰি আহিছোঁ। এই লেখাবোৰত যি ভাৰতীয় স্বাধীনতাৰ কল্পনা কৰা হৈছে, সি কেৱল ৰাজনৈতিক নহয়, তাত আধ্যাত্মিক দিশটোৰ ওপৰতহে বিশেষ গুৰুত্ব দিয়া হৈছে। অৰবিন্দই ভাৰতীয় মহত্ব আধ্যাত্মিক সাধনাতহে নিহিত আছিল বুলি ধাৰণা কৰিছিল। ভাৰত বুৰঞ্জীৰ আধ্যাত্মিক ব্যাখ্যা দি তেওঁ তেওঁৰ বিভিন্ন গ্ৰন্থত দৰ্শাইছে যে উপনিষদীয়, বৌদ্ধ, তান্ত্ৰিক, বৈষ্ণৱ আদি সকলো ধৰ্ম সাধনাই বেদান্তৰ দৰ্শন গ্ৰহণ কৰিছে। অৰবিন্দই সেইবাবে কৈছে, "মূলতঃ, প্ৰকৃতিয়ে (পৰাপ্ৰকৃতি?) সমন্বয় বিচাৰে; প্ৰাণ আৰু পদাৰ্থই নিজ নিজ স্তৰত যেনেকৈ তাক বিচাৰে, মনেও ধাৰণা-বিন্যাসত তেনেকৈয়ে তাক বিচাৰে।"[১] তেওঁৰ মানত পদাৰ্থ মূল বাস্তৱতা নহয়।[২] প্ৰাণ, মন আৰু পদাৰ্থৰ স্তৰৰ বাস্তৱতাক ভৌতিকবাদী একবাদৰ সহায়ত ব্যাখ্যা কৰিব নোৱাৰি। এই বাস্তৱতাৰ স্তৰত দ্বন্দ্ব দেখা দিয়ে মহৎ, অহং আৰু বুদ্ধিৰ স্তৰত

১। Life Divine, Page 2
২। Life Divine, Page 240

—এক কথাত মই আৰু বিশ্বব্ৰহ্মাণ্ডৰ। এই দ্বন্দ্ব নিৰাময় কৰা হৈছে নিষ্ক্ৰিয় সচেতন আত্মাৰ সহায়েৰে।[৩] জ্ঞান, বাসনা আৰু কৰ্মশক্তিও এক মূল আদ্যশক্তিৰে তিনিটি মূৰ্তি। জগত নিৰ্মাতাকাৰী এই শক্তি পৰম চেতনা; জগতত যি সৎপুৰুষ প্ৰকাশ পায় তেৱেঁই চেতন পুৰুষ আৰু এই প্ৰকাশৰ সম্পূৰ্ণ সম্ভাৱনা ৰূপায়িত কৰাই সাধনাৰ চৰম লক্ষ্য।[৪] নিষ্ক্ৰিয় আৰু সক্ৰিয় গুণ সচ্চিদানন্দময় ব্ৰহ্মৰ আছে। এই ব্ৰহ্ম জাগতিক স্তৰত প্ৰকাশ হওঁতে মানৱ-নৈতিকতা আৰু বেয়া-ভালৰ দ্বন্দ্ব আহি পৰে। সেইকাৰণে মৃত্যু-ৰোগ-বেদনাজনিত দুখবোৰ চেতনাহীনতাৰ ফল।[৫]

তেওঁ দিব্য জীৱনত লিখিছে, "আমাৰ মাজৰ স্থিতিৰ আঘাত সহ্য কৰিবৰ বাবে চেতনা শক্তি অসমৰ্থ হ'লেই দুখৰ উৎপত্তি হয়। ইয়াৰ ফলত স্থিতিৰ অৱনতি আৰু সংকোচন (জুগুপ্সা) ঘটে; পৰমসত্তা সচ্চিদানন্দৰ অজ্ঞতাৰ ফলত উদ্ভৱ হোৱা অহংবোধৰ আত্ম-সীমাবদ্ধতাৰ ফলত গ্ৰাহিকা আৰু স্বাধিকাৰ প্ৰতিষ্ঠাকাৰী (possessing) শক্তিৰ মাজত যি অসমতাই দেখা দিয়ে, সিয়েই হ'ল এইবিলাক দুখৰ মূল। সেই দুখ নিবৃত্তিৰ অৰ্থে জুগুপ্সাৰ ঠাইত তিতিক্ষা, অৰ্থাৎ আত্ম-সংকোচন, আৰু অৱনতিৰ ঠাইত স্থিতিৰ আঘাতৰ মুখামুখি হৈ তাক সহ্য আৰু জয় কৰিব পৰা শক্তিৰ প্ৰতিষ্ঠা কৰিব লাগিব। এই সহনশীলতা আৰু জয়-যাত্ৰাৰ সহায়েৰে আমি সেই সমতা লাভ কৰিব পাৰোঁ—যি সমতাক হয় সকলো সংস্পৰ্শৰ প্ৰতি উদাসীনতা, নহয় সকলো সংস্পৰ্শতে আনন্দ লাভৰ অৱস্থা বুলি অভিহিত কৰিব পাৰোঁ। সচ্চিদানন্দ চেতনাৰ প্ৰতিষ্ঠাৰ আধাৰতহে এই সমতা দৃঢ় হ'ব। এনে সচ্চিদানন্দ-চেতনাই হ'ল আনন্দ আৰু দুখৰ অধিকাৰী অহং চেতনাৰ বাবে সৰ্বময় শান্তি।

৩। Life Divine, Page 81
৪। Life Divine, Page 90
৫। Life Divine, Page 109

সচ্চিদানন্দ চেতনা বিশ্বৰ লোকোত্তৰ ( বা সৰ্বোত্তম ) ৰূপত অথবা তাৰপৰা বিচ্ছিন্ন হৈ প্ৰকাশ পাব পাৰে ; এই দূৰৱৰ্তী শান্তিৰ অৱস্থাত সমদৰ্শী উদাসীনতাই ( বৈৰাগ্য ) পথৰূপে পৰিগণিত হয়। এই পথেই হ'ল সন্ন্যাসীসকলৰ পথ। আনহাতে সচ্চিদানন্দ আকৌ একেসময়তে লোকোত্তৰ বা বিশ্বময় হ'ব পাৰে। এই বৰ্তমান আৰু সৰ্বব্যাপী অৱস্থাত, পৰমশক্তিৰ শৰণেই একমাত্ৰ পথ : এই পথেদি গ'লে অহং গৈ বিশ্বত বিলীন হয় আৰু এটি সৰ্বব্যাপী সমদৰ্শী আনন্দই চিত্ত অধিকাৰ কৰে। এই পথ হ'ল প্ৰাচীন বৈদিক ঋষিসকলৰ। কিন্তু সুখ আৰু দুখৰ অসম্পূৰ্ণ স্পৰ্শৰ প্ৰতি নিৰপেক্ষতাই হ'ল আত্মাৰ আত্ম-সংযমৰ প্ৰথম পোনপটীয়া আৰু স্বাভাৱিক ফল। সাধাৰণতে ইয়াৰ পিচতহে এই নিৰপেক্ষ অৱস্থাক সমদৰ্শী আনন্দৰ অৱস্থালৈ নিব পৰা যায়। দুখ, সুখ আৰু উদাসীনতা—এই তিনিওটি সমকালিক আলোড়নকে পোনে পোনে আনন্দৰ অৱস্থালৈ ৰূপান্তৰ কৰাও সম্ভৱপৰ, কিন্তু মানৱী জীৱৰ পক্ষে এই কাম সহজ নহয়।"[৬]

ওপৰৰ বিবৃতিৰপৰা থূলমূলভাৱে অৰবিন্দই বেদান্ত দৰ্শনৰ বিষয়ে কৰা মন্তব্য ধৰিব পৰা যায়। সংস্কৃত নন্দন-তত্ত্বত ৰসৰ ধাৰণাও জুগুপ্সা-বিজয়ী লোকোত্তৰ আৰু বিশ্বময় আনন্দৰ এক আংশিক প্ৰকাশ।[৭] এই আনন্দ নন্দনতাত্ত্বিক ধাৰণা ; ই অতিমানসিক আৰু অধিনন্দনতাত্ত্বিক বিশুদ্ধ সচ্চিদানন্দৰ মূৰ্ত কল্প-চিত্ৰ বা প্ৰতিফলন নহয়, কিয়নো সেই আনন্দত কৰুণা, ভয়ানক, বীভৎস আদি ভাবৰ মূল কাৰণৰ প্ৰতি অনুকম্পা নাই, নন্দনতাত্ত্বিক ধাৰণাত আছে। সেই ৰস এই আনন্দ বিকাশৰ এটি স্তৰ মাথোন। আমাৰ অহংজনিত বেমেজালি আৰু অনৈক্যৰ অৱস্থাৰ অৱসান ঘটাই মানৱ-স্বভাৱত আংশিক আৰু অসম্পূৰ্ণ ভাৱে যি আনন্দময়

৬। Life Divine, Page 109
৭। Life Divine, Page 108

উদাসীনতাৰ সৃষ্টি কৰে, সি মানুহৰ পৰম সত্তা উপলব্ধি কৰাৰ এটা এটা খাপ মাথোন। এই ৰসৰপৰা পূৰ্ণমুক্তি নাহে। পূৰ্ণমুক্তিৰ বাবে মানৱ-প্ৰকৃতিৰ সকলো অংশৰ মুক্তি, সাৰ্বজনীন নন্দনতাত্ত্বিক ধাৰণা, সাৰ্বজনীন জ্ঞানদৃষ্টি আৰু সকলো বস্তুৰপৰা সাৰ্বজনীন উদাসীনতা লাগিব; কিন্তু লগে লগে আমাৰ দেহজগত আৰু আবেগিক সত্তাৰ প্ৰতিও সহানুভূতি লোপ পাব লাগিব।[৮]

সচ্চিদানন্দই দিব্যমায়া শক্তিৰ দ্বাৰা অসীম চেতনাৰ শক্তিক, অনন্ত অৱস্থিতিৰ অসীম সত্যক ৰূপ, নাম আৰু আকাৰত প্ৰকাশিত কৰে। পৰম সত্তাৰ স্থবিৰ সত্য সক্ৰিয় সত্তাৰ নিয়মিত সত্যত পৰিণত হয় এই মায়াৰ সহায়ত। অবিচ্ছিন্ন অভিন্ন চেতনাযুক্ত পৰম সত্তাৰপৰা এইদৰে দৃশ্যমান সত্তাৰ জন্ম হয়; তাত একত বহুত এক হৈ স্থিতিৰ লগত স্থিতিৰ, চেতনাৰ লগত চেতনাৰ, শক্তিৰ লগত শক্তিৰ, আনন্দৰ লগত আনন্দৰ লীলা আৰম্ভ হয়। মায়ামোহ বা মানসিক লীলাই আৱৰণ তৰি আমাক এই লীলা চাবলৈ নিদিয়ে। এই মায়ামোহৰ কাৰণেই তেওঁ সকলোতে, কিন্তু সকলো তেওঁত নাই—এই ভাব জন্মে আৰু এই ভেদ ভাবৰ ফলতে নিজকে বেলেগ সত্তা বুলি মানুহে অনুভৱ কৰে।[৯] ইয়াৰ পিচৰ স্তৰৰ উপলব্ধিতহে অতিমানসিক লীলা বা মায়াৰ সত্যৰ স্তৰতহে এক আৰু বহু অবিচ্ছিন্ন ঐক্যৰ ভাব ওপজে; এই স্তৰত সত্য এক, কিন্তু প্ৰতীক বহুমুখী। নিমস্তৰৰ ভ্ৰান্তিকৰ আৰু উপস্থিত মানসিক মায়াক প্ৰথমতে গ্ৰহণ কৰি শেষত তাক জয় কৰিব লাগিব; এই স্তৰত ঈশ্বৰে মানবীয় স্তৰৰ লীলা দৰ্শায়। ওপৰৰ স্তৰৰ মায়া পাবলৈ হ'লে এই স্তৰ অতিক্ৰম কৰিব লাগিব আৰু গ্ৰহণ কৰিব লাগিব। এই স্তৰত ঈশ্বৰৰ স্থিতিৰ অনন্ত লীলা, জ্ঞানৰ ঐশ্বৰ্য, আয়ত্তাধীন শক্তিৰ গৌৰৱ আৰু অসীম প্ৰেমৰ (এই প্ৰেমে পৰমপুৰুষক

৮। Life Divine, Page 107-8
৯। Life Divine, Page 115

শক্তিমুক্ত কৰে ) হৰ্ষই প্ৰকৃতিক সাৰটি ধৰে আৰু আদিতে যি উদ্দেশ্য তেওঁৰ মাজৰপৰা ওলাই গৈছিল জ্যোতিধৰা হৈ, সেই উদ্দেশ্য পূৰ্ণ কৰে।[১০]

নিম্নস্তৰৰ মানসিক মায়াৰ ওপৰত গঢ়ি উঠা দৰ্শনে সত্যৰ সন্ধান দিব নোৱাৰে। কাৰণ জগত সাৰ্বজনীন মনৰ ধাৰণাবিশেষ নহয়, সচেতন সৃষ্টিহে। এই সৃষ্টিৰ কাৰণ মনৰ সিপাৰতহে থাকে। একমাত্ৰ অতিমানসিক সত্যচেতনাহে প্ৰকৃত জ্ঞান। মন, জীৱন, দেহ—এইবিলাক নিম্নস্তৰৰ চেতনা। এইবিলাকে চৰম চেতনা আৰু সত্যৰ অভিমুখে ধাবমান ক্ৰিয়াৰ অংশবিশেষহে প্ৰকাশ কৰে।[১১] সেই কাৰণেই অৰবিন্দই 'অতিমন' নামে অভিহিত কৰি এক বিশেষ মনাতীত সত্তাৰ কল্পনা কৰিছে। যোগৰ বলেৰে এই অতিমনৰ স্তৰ পাই পুনৰ তাক বিশ্বৰ স্তৰলৈ নমাই অনাই তেওঁৰ মূল সাধনা।

মন বা তাৰ চৰম বিকশিত ৰূপ অতিমন এক বিশিষ্ট শক্তিৰূপে প্ৰকাশিত হয় আৰু তাৰ নামেই জীৱন।[১২] সাধাৰণতে জীৱন বুলিলে আমি দৈহিক জীৱনৰ কথা বুজোঁ। উশাহ-নিশাহ, গতি, চলনশক্তি, খাৱন—এইবিলাক জীৱনৰ প্ৰৱাহ মাত্ৰ, জীৱন নহয়।[১৩] এইবিলাক প্ৰাণ-শক্তি জগোৱাৰ উপায় মাত্ৰ। জগদীশ বসুৱে যন্ত্ৰৰ বলেৰে দৰ্শাইছে যে গছ আৰু ধাতুৰো প্ৰাণ আছে। সকলোতেই প্ৰাণ অৱস্থিত, তাকে ক'ৰবাত বিকশিত, ক'ৰবাত সংলিপ্ত, ক'ৰবাত সংগঠিত, ক'ৰবাত ভৌতিক ৰূপত দেখা যায়।[১৪] জীৱন-ক্ৰিয়া কামত প্ৰকাশিত হয়; এই ক্ৰিয়া আকৌ জীৱন-শক্তিৰ

---

১০। Life Divine, Page 115-16
১১। Life Divine, Page 117
১২। Life Divine, Page 175
১৩। Life Divine, Page 177
১৪। Life Divine, Page 179

দ্বাৰা পুষ্ট হয়। গতিকে মনঃ-ক্ৰিয়া, জীৱন-ক্ৰিয়া আৰু ভৌতিক-ক্ৰিয়া এক বিশ্বশক্তিৰ বিভিন্ন গতিশীল প্ৰকাশ। জীৱনৰ যোগেদি বিশ্বজনীন ক্ৰিয়া অন্তঃচেতনাৰ( inconscience )পৰা চেতনাৰ স্তৰলৈ ৰূপান্তৰিত হয়। এই শক্তি পদাৰ্থতে অন্তৰ্নিহিত হৈ আছে। ইয়েই ক্ৰমে মনৰ অধঃস্তৰৰপৰা মন, আৰু মনৰপৰা অতিমনৰ স্তৰলৈ যায়।[১৫] ইয়াৰ তিনিটা স্তৰ। প্ৰথমটো অৱস্থাত ই পদাৰ্থত সুপ্ত হৈ থাকে। দ্বিতীয়টো স্তৰত ই মন আৰু পদাৰ্থৰ মধ্যম স্থানত থাকে আৰু সেই অৱস্থাত বাহিৰৰ উত্তেজনাত সক্ৰিয় হৈ উঠে। তৃতীয় স্তৰত সচেতন মনৰ জন্ম হয়।[১৬] জীৱন-শক্তি সৰ্বব্যাপক আৰু সৰ্বত্ৰাতে ক্ৰিয়াশীল, ভাৰতীয়সকলে ইয়াকে প্ৰাণ-শক্তি বোলে।[১৭] অৰবিন্দৰ মতে মৃত্যুও জীৱনৰ নৱীকৰণৰ প্ৰয়োজনীয় প্ৰৱাহ। সেইদৰে ব্যক্তি-মনৰ ইচ্ছা আৰু সংঘৰ্ষও ক্ৰমে সসীম সত্তাৰ লগত অসীম সচ্চিদানন্দৰ মিলন আৰু দিব্যজীৱন লাভৰ বাটত পোৱা সসীম অন্তৰায়বোৰ দূৰীভূত কৰাৰ উপায়।[১৮] মুঠতে জীৱনৰ উত্থানত মৃত্যু বাচি থকাৰ সংগ্ৰাম, যি সংগ্ৰামৰ মাজেদি জীৱনে নিজক গুপ্ত কৰি অমৃতৰ সন্ধান কৰে; ইচ্ছা হ'ল অসন্তুষ্ট আকাঙ্ক্ষাৰ অতৃপ্তিৰ ভিতৰেদি সচ্চিদানন্দ লাভৰ সংগ্ৰাম আৰু সংঘৰ্ষ হ'ল সীমিত প্ৰতিভাৰ শক্তিৰে জীৱনক পৰিবেশৰ বাধা-জয়ৰ দ্বাৰা চেতনা-বিস্তাৰ আৰু আত্মোপলব্ধিৰ মাজেদি নেতিবাচকতা অতিক্ৰম কৰি ইতিবাচক সত্তাক পূৰ্ণতম ৰূপ দান কৰা।[১৯] অৰবিন্দই জীৱনৰ সমস্যাৰ কথাও আলোচনা কৰিছে। জীৱন তিনিটা স্তৰতে আৱদ্ধ থাকিব নোৱাৰে। কাৰণ, সৰ্বত্ৰগামী আৰু সৰ্বব্যাপী চেতনাই

---

১৫। Life Divine, Page 183-84
১৬। Life Divine, Page 186
১৭। Life Divine, Page 187
১৮। Life Divine, Page 197
১৯। Life Divine, Page 179

মানুহৰ প্ৰাণ আৰু মনক বিকাশৰ পূৰ্ণতম স্তৰলৈ যাবলৈ উদগাই থাকে।

অৰবিন্দই 'দিব্য জীৱন' গ্ৰন্থত মন, জীৱন আৰু চেতনাৰ বিকাশৰ বিভিন্ন সমস্যাবোৰ তন্নতন্নকৈ আৰু অতি গভীৰভাৱে আলোচনা কৰিছে। বাস্তৱতা আৰু মায়া, জ্ঞান আৰু অজ্ঞান, মানৱীয় নৈতিকতা, বুদ্ধি, অহংকাৰ, পৰোপকাৰ আৰু প্ৰেম আদিৰ ভাব, মনৰ ক্ৰিয়া-প্ৰক্ৰিয়া, আত্মা, চেতনা, অধঃচেতনা, প্ৰকৃতি আদি সকলোবিলাক সমস্যাৰ কথা আলোচনা কৰিছে আৰু শেষত এইবুলি সিদ্ধান্ত কৰিছে যে অধঃচেতনা আৰু প্ৰাণ বা চেতনাৰ স্তৰৰ সকলো জ্ঞানেই অজ্ঞানতাৰ পৰিচায়ক। চৰম বাস্তৱতাৰ উপলব্ধি কৰিবলৈ মানুহে আধ্যাত্মিক স্তৰলৈ উত্তোলিত হ'ব লাগিব আৰু সেই স্তৰটোৱেই হৈছে মনৰ সিপাৰৰ স্তৰ। তামসিক, ৰাজসিক আৰু সাত্বিক মানসিকতাতো এই স্তৰৰ সাৰ্বজনিক এক-বহুৰ অখণ্ডতা আৰু ঐক্যৰ চেতনা উদয় নহয়। তাৰ বাবে বোধিও অসম্পূৰ্ণ মাধ্যম। বোধিয়ে মাথোন আত্মাক উপলব্ধি কৰোৱায় ( vital self )। কিন্তু অতিমনৰ উচ্চ স্তৰ নাপালেগৈ সংসাৰ, মন, সমাজ, লোকালয়, ব্যক্তি আৰু প্ৰাণৰ স্তৰৰ অন্তৰ্বিৰোধবোৰ নিৰাময় কৰিব নোৱাৰি। ইয়াৰপৰা দেখা যায় পৰমকাৰণ, পৰমসত্তা, পৰমানন্দ, সৎ আৰু পৰম শক্তিমান এক অখণ্ড সত্তাৰ লগত একীভূত হ'লেহে চেতনাই দিব্য জীৱনৰ ভাবসাম্যবোধ লাভ কৰিব পাৰে বুলি অৰবিন্দই বিশ্বাস কৰিছিল। এই স্তৰত চেতনাই পূৰ্ণজ্ঞান লাভ কৰে। এই জ্ঞান বুদ্ধিৰ দ্বাৰা পাব নোৱাৰি। আমাৰ চেতনাৰ ৰূপান্তৰৰ দ্বাৰাইহে এই জ্ঞান লাভ কৰিব পৰা যায়। ইচ্ছা শক্তি আৰু সাধনাৰ অবিহনে এই জ্ঞান লাভ কৰা অসম্ভৱ।

এই পূৰ্ণজ্ঞান নিৰ্বিশেষ অখণ্ড ( absolute ) বা ব্ৰহ্মৰ ধাৰণাৰ অবিহনে পাব নোৱাৰি। অৰবিন্দৰ মতে এই অখণ্ড সত্তা ( being ) হ'ল পৰম বাস্তৱতা আৰু এই সত্তাৰ প্ৰকাশ ( becoming ) হ'ল

কাৰ্যকৰী বাস্তৱতা। এই সত্তাৰ প্ৰকাশ গতিশীল শক্তি আৰু তাৰ পৰিণাম; ই সৃষ্টিশীল ক্ৰিয়া। এই ক্ৰিয়া অখণ্ড সত্তাৰপৰা উদ্ভৱ হয়। ইয়াৰ স্থিতি আছে, তথাপি ৰূপান্তৰহীন নিৰাকাৰ সত্তাৰ ই ৰূপান্তৰিত হ'ব পৰা আকাৰ, প্ৰৱাহ আৰু পৰিণাম। এই দৰ্শন সম্পূৰ্ণৰূপে লোকোত্তৰ সৃষ্টিতত্ত্বৰ ওপৰত আধাৰিত। অখণ্ড সত্তাৰ বাস্তৱী সৃষ্টিৰ পৰম সত্য, আনন্দময়, পূৰ্ণচেতনা আৰু দিব্য জীৱনৰ ওপৰত প্ৰতিষ্ঠিত। যি দৰ্শনে কেৱল ব্ৰহ্মাণ্ড আৰু দিব্য-শক্তিৰ একত্ব প্ৰতিপন্ন কৰিয়েই ক্ষান্ত আছে কিন্তু লোকোত্তৰ সৃষ্টিতত্ত্বৰ ওপৰত আধাৰিত বাস্তৱতাক স্বীকাৰ কৰা নাই, সেই দৰ্শন অৰবিন্দই গ্ৰহণ কৰা নাই। আনহাতে যি দৰ্শনে কেৱল লোকোত্তৰ সৃষ্টিতত্ত্বত আধাৰিত ব্ৰহ্মাণ্ডকে ( cosmos ) স্বীকাৰ কৰিও অংশ বা ব্যক্তি তাৰ ক্ৰিয়াৰ উপজাত বস্তু বুলি অস্বীকাৰ কৰিছে আৰু সংসাৰৰ ক্ৰিয়া-কৰ্মৰ দৃশ্যমান ঘটনাংশৰ ওপৰত মনোনিবেশ কৰি বিপথগামী হৈছে, তেওঁলোকৰ দৰ্শনো অৰবিন্দৰ গ্ৰহণযোগ্য নহয়। কাৰণ ব্যক্তিৰ প্ৰাকৃত সত্তাও আছে আৰু ই দিব্যশক্তিৰ সৃষ্টি। তাৰ ক্ষয়ো নাই আৰু লোকোত্তৰ সত্তাত তাৰ অমৃত অৱস্থান অনুভৱো কৰা যায়। আত্মা প্ৰকৃতিৰ অংশ হ'ব নোৱাৰে। লোকোত্তৰ বাস্তৱ সত্তাই ব্ৰহ্মাণ্ড আৰু ব্যক্তিজীৱন উভয়ৰে মাজত আত্মপ্ৰকাশ কৰে। সেইদৰে যি দৰ্শনে বিশ্বব্ৰহ্মাণ্ডক কেৱল ব্যক্তি-চেতনাত প্ৰকাশিত হোৱা দেখা পায়, সেই দৰ্শনতো আংশিক সত্যহে প্ৰকাশ পাইছে। এই দৰ্শনত আধ্যাত্মিক ব্যক্তিয়ে সাৰ্বজনীন ধাৰণা আৰু নিজ চেতনাত সমগ্ৰ বিশ্বক উপলব্ধি কৰিব পাৰে বুলি ধৰা হয়, কিন্তু বিশ্বব্ৰহ্মাণ্ড বা ব্যক্তি-চেতনা কোনোটোকেই সৃষ্টিৰ মৌলিক সত্য বুলিব নোৱাৰি, কিয়নো, উভয়েই লোকোত্তৰ দিব্য সত্তাৰ ওপৰতহে বৰ্তি থাকে।

কোনো কোনোৱে সচ্চিদানন্দক নৈৰ্ব্যক্তিক আৰু কোনো কোনোৱে ব্যক্তিক বুলি ধৰে। প্ৰকৃততে ই সমস্ত সত্য, শক্তি আৰু সৃষ্টিৰ

উৎপত্তিস্থল আৰু আধাৰ। লগে লগে ই একেসময়তে লোকোত্তৰ সচেতন পুৰুষ আৰু পৰম বিৰাট পুৰুষ। এই বিৰাট পুৰুষৰ অংশ স্বৰূপেই সকলো চেতন জীৱ বৰ্তি আছে। তেৱেঁই হ'ল তেওঁলোকৰ উচ্চতম সত্তা আৰু অন্তৰ্যামী। আত্মাৰ বাবে বিশ্বব্ৰহ্মাণ্ডত এওঁৰ প্ৰয়োজন আছে। সেই কাৰণেই আপোন ইচ্ছাতে আত্মাই আত্ম-বিকাশৰ মাজেদি জ্ঞান আৰু সত্য আহৰণ কৰিবলৈ ইচ্ছা কৰে, যাতে আত্মা গৈ দিব্য সত্তা বা পৰমাত্মাত মিলি যাবগৈ পাৰে। তাৰ লগে লগে নিজৰ প্ৰকৃতিক দিব্য প্ৰকৃতিত, নিজৰ চেতনাক দিব্য চেতনাত আৰু নিজৰ আনন্দক দিব্য আনন্দত মিলাই দিবৰ বাবেও আত্মাই সততে যত্ন কৰে। এই উপলব্ধ সত্তাক নিজৰ আত্মপ্ৰকাশৰ প্ৰৱাহত মিলাই দিবৰ বাবে আৰু আত্মপ্ৰকাশৰ প্ৰৱাহক উচ্চতম সত্য হিচাপে বেকত কৰিবৰ অৰ্থেও আত্মাৰ আকাঙ্ক্ষা অব্যাহত থাকে ; তদুপৰি সেই দিব্য সত্তা আৰু আত্মাৰ স্থিতিৰ গৰাকীক আপোন সত্তাত ধাৰণ কৰিবলৈ, লগে লগে সেই শক্তিৰ দ্বাৰা অভিভূত আৰু চালিত হ'বলৈ আৰু তাত সম্পূৰ্ণ আত্মসমৰ্পণ আৰু আত্মোৎসৰ্গ কৰিবলৈও আত্মা আকুল হৈ পৰে।

দ্বৈতবাদী আৰু ঈশ্বৰবাদী দৰ্শনবোৰে ঈশ্বৰ আৰু আত্মাৰ প্ৰকৃত অনন্ত স্থিতি আৰু দিব্যশক্তিৰ বিশ্বজোৰা ক্ৰিয়াৰো কথা স্বীকাৰ কৰে। গতিকে এই দৰ্শনবোৰে কিছুমান চৰম সত্য স্বীকাৰ কৰি লয়। কিন্তু এই দৰ্শনত কেইটামান আসোঁৱাহ আছে। যদি ঈশ্বৰ আৰু আত্মাৰ মূল একত্ব ৰক্ষা, উক্ত দুই বস্তুৰ অখণ্ড সত্তা প্ৰকাশৰ ক্ষমতা, আৰু ( প্ৰেম বা চেতনাৰ মাধ্যমেদি ) আত্মাই দিব্যবস্তুৰ লগত এক হৈ পৰম অভিজ্ঞতাৰ নিগূঢ় সত্য প্ৰকাশৰ শক্তি প্ৰতিপন্ন কৰিবলৈ এই দৰ্শনক অসমৰ্থ বুলি ধৰা হয়, তেন্তে এইবোৰ দৰ্শনৰ অসম্পূৰ্ণতা ওলাই পৰে।

অৰবিন্দই ভাৰতীয় দৰ্শনৰ মূল ধাৰাৰপৰা আঁতৰি যোৱা নাছিল যদিও তেওঁ অতিমনৰ ধাৰণাৰ প্ৰয়োজন অনুসৰি এইবিলাক মতৰ

সংশোধন কৰিছিল। তেওঁ কৰ্মবাদ আৰু পুনৰ্জন্মৰ তত্ত্ব মানিছিল; কিন্তু ইয়াক পাপ-পুণ্যৰ ধাৰণাৰ সীমাৱদ্ধতাৰপৰা মুক্তি দিছিল আৰু এইবোৰৰ যান্ত্ৰিক প্ৰয়োগ সমৰ্থন কৰা নাছিল। তেওঁ জীৱৰ আৰু আত্মাৰ বিকাশত বিশ্বাস কৰিছিল। সেইবাবে কৰ্মবাদৰ তেওঁ বেলেগভাৱে ব্যাখ্যা দিছিল।

এই প্ৰসঙ্গত তেওঁ কৈছিল, "প্ৰকৃত অমৰত্বৰ অৰ্থ আত্মাৰ অনন্ততা। দৈহিক বস্তুৱে মৃত্যুৰ হাত সাৰিব পাৰে, কিন্তু আপেক্ষিক অৰ্থতহে। ই ইচ্ছাশক্তিৰ ওপৰত নিৰ্ভৰশীল। এনে ক্ষেত্ৰত অমৰত্ব লাভৰ অৰ্থ হ'ব মৃত্যু আৰু পদাৰ্থৰ ওপৰত আত্মাই সাময়িকভাৱে বিজয় লাভ কৰিবলৈ সমৰ্থ হোৱাটো।"

অৰবিন্দৰ দৰ্শনৰ দুটা বিষয় বিশেষভাৱে মন কৰিবলগীয়া। এটা হ'ল ঈশ বা জ্ঞানী পুৰুষ ( gnostic being ) সৃষ্টি আৰু দিব্য জীৱনৰ ধাৰণা। একপ্ৰকাৰে চাবলৈ গ'লে তেওঁৰ আধ্যাত্মিক বিকাশ-তত্ত্বৰ এই দুটাই বিশিষ্ট ধাৰণা। এই ঈশপুৰুষসকলৰ লক্ষণ হ'ব অতিমানসিক চেতনা। তেওঁলোকৰ দেহ থাকিলেও মূলতঃ তেওঁলোকৰ প্ৰত্যেকেই সচ্চিদানন্দৰ সত্তাতহে বাস কৰিব। সাধাৰণ মন আৰু ওপৰ স্তৰৰ মনৰ বন্ধনৰপৰা তেওঁলোক মুক্ত হৈ আধ্যাত্মিক ক্ৰিয়াত মনোনিবেশ কৰিব। অৰবিন্দই নিজে এই স্তৰ পাইছিলগৈ বুলি কোৱা হৈছে। সেই উচ্চস্তৰত ঈশব্যক্তি-সকলে কেৱল পৰম সত্যৰ চেতনাৰ প্ৰতিভূ হ'ব। মূলতঃ এনে ব্যক্তি মুক্ত পুৰুষ হ'ব আৰু তেওঁৰ আধ্যাত্মিক সত্তা বিশ্বব্ৰহ্মাণ্ড, আত্মা আৰু পৰম শক্তিৰ লগত এনেভাৱে মিলি যাব যে তেওঁ-লোকৰ কাৰ্যকলাপ স্বনিয়ন্ত্ৰিত আৰু স্বয়ংক্ৰিয় হ'ব। তেওঁলোক সকলোপ্ৰকাৰ প্ৰাণ, মন বা চেতনাৰ স্তৰৰ বন্ধন আৰু নীতি-নিয়মৰ উৰ্ধত থাকিব। অৱশ্যে প্ৰত্যেকজন ঈশব্যক্তিয়েই বেলেগ বেলেগ ধৰণে স্ববিকশিত হোৱা বাবে বেলেগ বেলেগ ধৰণৰ আধ্যাত্মিক সত্তা আহৰণ কৰিব; কোনো যান্ত্ৰিক সমানতাৰ

তেওঁলোক অধীন নহ'ব। এই ঈশব্যক্তিসকলে আধ্যাত্মিক শক্তি আৰু ইচ্ছা প্ৰয়োগ কৰি তলৰ স্তৰৰ মানুহৰ চেতনা আৰু মন বিকশিত কৰিব পাৰিব। তেওঁলোক অজ্ঞানৰপৰা মুক্ত হ'ব। তেওঁৰ "জ্ঞান আৰু কৰ্মই অসীম স্বাধীনতাৰ মাজত অবাধ বিস্তৃতি আৰু স্বচ্ছন্দতা লাভ কৰিব।" যি সত্য তেওঁলোকে দেখিব সেই সত্য পূৰ্ণ সত্যৰ অংশ আৰু কৰ্মবাদৰ বন্ধনৰপৰাও মুক্ত হ'ব। তেওঁলোকৰ স্বতন্ত্ৰতা হ'ব আধ্যাত্মিক পুৰুষৰ স্বতন্ত্ৰতা। তেওঁৰ মাজত পৰম জ্ঞান, পৰম ইচ্ছা, আত্মাৰ পৰম সত্য, জীৱনৰ পৰম বাস্তৱতা এক হৈ থাকিব। ঈশপুৰুষৰ সম্প্ৰদায়ৰ মাজত সেইবাবে কোনো ধৰণৰ অনৈক্য বা বাদ-বিবাদ হোৱা সম্ভৱপৰ নহয়। তেওঁৰ স্বাধীনতাই অসত্য আৰু অন্যায় আদিক প্ৰশ্ৰয় নিদিয়ে।[২০]

ঈশপুৰুষসকলে যি জীৱন ৰচনা কৰিব তাৰ নামেই দিব্য জীৱন। অৰবিন্দৰ মতে আমাৰ জাগতিক কৰ্মবোৰ অৰ্থাৎ ধৰ্মীয়, নৈতিক, ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, দৈহিক, ভোগবাদী, মানসিক, প্ৰাণ সম্বন্ধীয় কৰ্মবোৰ আমাৰ জীৱনৰ মূলবস্তু বা লক্ষ্য হ'ব নোৱাৰে। অকল কৰ্মই নহয়, জ্ঞান আৰু ভাবৰ ক্ষেত্ৰতো এই কথা খাটে। এইবিলাক হৈছে সত্তাৰ শক্তিক্ৰিয়া বা সত্তাৰ প্ৰকাশ মাত্ৰ। এইবোৰ সত্তাৰ গতিশীল প্ৰতীক স্বৰূপ। আত্মাৰ সৃষ্টি, পৰম লক্ষ্য বুজিবৰ বা আৱিষ্কাৰ কৰিবৰ উপায় মাত্ৰ। প্ৰত্যেক ব্যক্তিৰে প্ৰথম কৰ্তব্য হৈছে নিজৰ ভিতৰত থকা আত্মাৰ আৱিষ্কাৰ আমাৰ প্ৰকৃতিয়েও আমাক পূৰ্ণত্ব লাভৰ বাবে উদগায়। নিজৰ আত্মাৰ ভিতৰত লুকাই থকা সকলো শক্তি উদ্ধাৰ কৰি তাৰ ব্যৱহাৰৰ আয়ত্বলাভ কৰাটোও পূৰ্ণত্বৰে এটা সাধন। পূৰ্ণত্ব প্ৰাপ্তিৰ অৰ্থ হ'ল সত্তাৰ পূৰ্ণ আনন্দ লাভ কৰা আৰু সাৰ্বজনীন আধ্যাত্মিক পৰিমণ্ডলত বাস কৰা। এনেবোৰ লক্ষ্য সাধনৰ বাবে লোকোত্তৰ চেতনা আৱশ্যক। সত্তাৰ আধ্যাত্মিক পূৰ্ণতাই হ'ল অনন্ততা।

২০। Life Divine—The Gnostic Being.

এনে কাম সাধিবলৈ অন্তৰঙ্গ জীৱন বিকশিত কৰাৰ প্ৰয়োজন সৰ্বাধিক। এই অন্তৰঙ্গ সাধনাই অৰবিন্দৰ মতে সাৰ্বজনীনতা লাভৰ প্ৰথম সোপান। ই আমাৰ বহিৰ্জীৱন আৰু অন্তৰ্জীৱনৰ সত্য উদ্‌ঘাটন কৰিবলৈ দিয়ে। আনৰ ভালৰ বাবে কাম কৰিবৰ প্ৰেৰণা ভিতৰৰপৰাহে আহে, বাহিৰৰপৰা নাহে।

ঈশজীৱনৰ নীতি তিনিটা বুলি অৰবিন্দই কৈছে। একতা, পাৰস্পৰিক সম্পৰ্ক আৰু সমলয় ৰক্ষা। এই জীৱন অন্তৰ্মুখী। তাত বহিৰ্জীৱন আৰু অন্তৰ্জীৱনৰ বিৰোধ নিৰাময় হয়। আত্মা আৰু পৃথিবীৰ দ্বন্দ্বৰ অৱসান হৈ যি সমন্বয় হয় তাৰো উৎকৰ্ষ ঘটে। তেওঁৰ অন্তৰঙ্গ অভিজ্ঞতা ইমান সমৃদ্ধ হয় যে তেওঁ ঈশ্বৰ, অনন্ত, অসীমৰ গুভীৰতম স্তৰ আৰু তাৰ গুপ্ত জ্যোতির্ময় কন্দৰ-শিখৰৰ লগত এক হৈ মিলি যায়। এই উচ্চতম আধ্যাত্মিক স্তৰৰপৰা তেওঁৰ পতন নঘটে। সংসাৰ, আপোন কৰ্ম আৰু নিজৰ পৰিবেশেও তেওঁক অৱনমিত নকৰে। কাজেই তেওঁ লোকোত্তৰ আধ্যাত্মিকতাৰ স্তৰত বাস কৰে। এনে অৱস্থাপ্ৰাপ্ত নহ'লে প্ৰকৃতি আৰু জগতৰ একত্ব বন্ধন স্বৰূপহে হ'ব, মুক্তিৰ পৰিচায়ক নহয়। চেতনাৰ এই স্তৰ হ'ল সাৰ্বজনীন আনন্দৰ।

অৰবিন্দই বিশ্বাস কৰিছিল যে এই পূৰ্ণ ৰূপত বিকশিত সমাজ গঢ়িবলৈ হ'লে ব্যক্তিসকলৰ পূৰ্ণত্ব আৱশ্যক। এই কাৰণেই ঈশ-ব্যক্তিৰ আৱশ্যক। আধুনিক মনে বিজ্ঞানৰ শক্তিত বিশ্বাস কৰে। আধুনিক মানুহে এখন পূৰ্ণৰূপে বিকশিত অৰ্থনৈতিক সমাজত পূৰ্ণ সামাজিক ব্যক্তিৰ সৃষ্টি কৰিবলৈ বিচাৰে। সভ্যতাৰ ভৌতিক সংগঠন, মানুহক আৰাম প্ৰদান আৰু যুক্তি-শিক্ষা-বিজ্ঞানৰ দ্বাৰা নিয়মিত ব্যৱহাৰিক যুক্তিবাদৰ ভেটিত এখন পূৰ্ণ অৰ্থনৈতিক সমাজ গঢ়াই আধুনিক মানুহৰ লক্ষ্য; এই লক্ষ্যত যি মানসিক-নৈতিক মানৱতাবাদ আৰু সামাজিক আচাৰ-ধৰ্মৰ ওপৰত জোৰ দিয়া হ'ল, তাত ধৰ্মীয় বা ব্যক্তিগত আচাৰ-ধৰ্মৰ ( ethics ) স্থান নাই।

অৰবিন্দই উন্নীত ভৌতিক সভ্যতাৰ এই মানৱতাবাদক 'আধ্যাত্মিক প্ৰত্যাগমন' বুলিছে। বিজ্ঞানে মানুহক যথেষ্ট আহিলা আৰু সম্পদ দিছে, কিন্তু এই প্ৰত্যাগমনৰ ফলত প্ৰাণৰ স্তৰৰ আদিম ভৌতিক বৰ্বৰতাৰ জন্ম হোৱাও একো আচৰিত কথা নহয়। বিজ্ঞানে যদিও আমাক আত্মৰক্ষাৰ আহিলা দিছে, তথাপি সভ্যতাৰ মাজত বৰ্বৰতাৰ উত্থানৰ সম্ভাৱনাও বঢ়াইছে।

অৰবিন্দৰ মতে সভ্যতাৰ প্ৰভূত বিকাশ আৰু মন-আত্মাৰ বিকাশৰ মাজত তাৰতম্য বৈ যোৱাৰ ফলতেই বিকশিত আহিলাবোৰ মানৱৰ মুক্ত উন্নতিৰ সহায়ক কৰিব পৰা হোৱা নাই। এই তাৰতম্য দূৰীভূত কৰিবৰ বাবে যুক্তিবাদী আৰু বিজ্ঞানবাদীসকলে জাতীয়তাবাদ বা আন আন সমূহবাদী ভাবধাৰাৰ সৃষ্টি কৰিছে। ইয়াৰ মূল কল্পনা হ'ল এক সামূহিক সত্তা। কিন্তু অৰবিন্দৰ মতে এই সামূহিক সত্তা সমাজৰ আত্মা বা আপোন ৰূপ নহয়। ই হৈছে জীৱন-শক্তি মাত্ৰ। ইয়াৰ উৎস চেতনাৰ নিম্নস্তৰ ( subconscient )। একমাত্ৰ যুক্তিৰ বাহিৰে এই অন্ধ জীৱনী-শক্তিৰ নিয়ামক একো নাই। ফলত এনে ভাৱধাৰাৰ দ্বাৰা নিম্নস্তৰৰ একতাহে সম্ভৱপৰ। এনে স্তৰৰ একতাত ৰাষ্ট্ৰই ব্যক্তিক বলেৰে কাম কৰোৱায় আৰু ব্যক্তিৰ অহংভাব সম্পূৰ্ণৰূপে দমন কৰে।

ভৌতিকবাদীসকলৰ সমাধানৰ বিষয়েও অৰবিন্দই একে অভিযোগেই কৰিছে। তাতো চেতনাৰ বিকাশ বাঞ্ছিত ৰূপত নঘটে। কাৰণ, এওঁলোকে মন আৰু জীৱনৰ স্তৰতে চেতনা আৱদ্ধ ৰাখিব খোজে আৰু তাৰ ফলস্বৰূপে যুক্তিবাদীসকলৰ দৰেই অন্ধ জীৱন-শক্তিৰ আশ্ৰয় লৈ বলপ্ৰয়োগ কৰে।

যিসকলে সংস্কৃত যুক্তিৰ ওপৰত জোৰ দিয়ে তেওঁলোকে শিক্ষা আৰু বৌদ্ধিক প্ৰশিক্ষণৰ যোগেদি অহংভাবক কিদৰে সামাজিক শৃঙ্খলাৰ মাজলৈ আনিব লাগে তাৰ শিক্ষা দিয়ে। তেওঁলোকে কিন্তু এটা কথা পাহৰি যায়—অৰবিন্দৰ মতে, চেতনাৰ অভূতপূৰ্ব

পৰিবৰ্তনৰ বাবে অকল শিক্ষা আৰু বৌদ্ধিক প্ৰশিক্ষণেই যথেষ্ট নহয়। ই হয়তো যান্ত্ৰিক ভৌতিকবাদৰ যন্ত্ৰণাৰপৰা মনক ৰক্ষা কৰিব পাৰে আৰু কাৰো কাৰো মন ধৰ্মীয় ভাবৰ প্ৰতি আকৰ্ষিত কৰিবলৈ সক্ষম হয়। কিন্তু সংগঠিত ধৰ্ময়ো সেই পৰিবৰ্তনৰ উপায় দিব নোৱাৰে। গতিকে গোটেই সমাজখনক সম্পূৰ্ণৰূপে আধ্যাত্মিক দিশে লৈ যোৱাত বাদে আন উপায় তেওঁ দেখা পোৱা নাই। এই উপায়ৰ কথা তেওঁৰ দৰ্শনত প্ৰতিফলিত হৈছে। সংগঠিত ধৰ্মত নিৰাশ হৈ বহুতে আন এটি ধৰ্মীয় সমাধানৰ প্ৰতি আকৃষ্ট হোৱা দেখা যায়। এই সমাধানত বিশ্বভ্ৰাতৃত্ব, সৰ্ববিশ্বাসৰ সমন্বয় আৰু জীৱন-সমাজৰ আধ্যাত্মিকীকৰণত গুৰুত্ব আৰোপ কৰা হয়। সমাজখনক আধ্যাত্মিকভাৱে উন্নত লোকৰ দ্বাৰা শাসিত কৰি শুভদিশে চালিত কৰাৰ কথাও এই দৰ্শনত ভবা হয়। কেইবাটাও ধৰ্ম এই উদ্দেশ্য লৈয়ে গঠিত হৈছিল; কিন্তু তাৰ বিশেষ একো ফল পোৱা নগ'ল। কাৰণ, এইবিলাক ধৰ্মৰ ক্ষেত্ৰতো মানৱীয় অহংভাব আৰু প্ৰাণৰ স্বভাৱৰ ক্ৰিয়াই ঘাই চালিকা শক্তি। গতিকে আচল সমাধান হ'ল আত্মাৰ পূৰ্ণ বিকাশ সাধন। অতিমানসিক শক্তিক প্ৰাণৰ স্তৰলৈ নমাই অনাই একমাত্ৰ উপায় বুলি অৰবিন্দই ভাবে।

মানৱ প্ৰকৃতিৰ ৰূপান্তৰৰ অবিহনে মানৱ-জীৱনৰ প্ৰকৃত সলনি আশা কৰা ভুল। এই কাৰণেই প্ৰথম স্তৰত ঈশব্যক্তিৰ সমাজ-খনৰ কথা ভবা হৈছে। এই ঈশব্যক্তিসকলক বহুতে অতিমানৱ বুলি ভুল কৰিব পাৰে। সেই কাৰণে অৰবিন্দই এওঁলোকক নীৎছৰ অতিমানৱৰ লগত তেওঁৰ ঈশব্যক্তিৰ প্ৰভেদ লক্ষ্য কৰিবলৈ টানি অনুৰোধ কৰিছে। তেওঁৰ মতে নীৎছৰ অতিমানৱো প্ৰাণৰ আৰু জীৱনৰ স্তৰৰ উৰ্ধলৈ যাব নোৱাৰে। সেইবাবে এই অতিমানৱ অসুৰ বা ৰাক্ষস ৰূপত অৱতীৰ্ণ হোৱাও একো আচৰিত নহয়। পৃথিবীয়ে এনে অতিমানৱৰ অভিজ্ঞতা নোপোৱা নহয়। কাজেই অসুৰ সৃষ্টিতকৈ, ঈশব্যক্তি সৃষ্টি-প্ৰৱাহ বেলেগ আৰু ঈশব্যক্তি-

সকলো আসুৰিক নহয়। সাধাৰণ ধৰ্মত স্বৰ্গৰ কল্পনা বৰ স্থবিৰ। কিন্তু ঈশব্যক্তিৰ চেতনা সসীম নহয়, ই অসীমলৈ বিস্তাৰিত। সেইবাবে জ্ঞান, আনন্দ, ৰস আদিও তাত অসীম ৰূপত আনন্দময় হৈ প্ৰকাশ পায়। ঈশব্যক্তিসকল মানৱ সমাজৰ পূৰ্ণতৰ বিকাশৰ যন্ত্ৰস্বৰূপ। কিন্তু এই বিকাশ যান্ত্ৰিক নহয়, বিচিত্ৰ—সততে অসীমৰ উদ্দেশ্যে ধাবমান আৰু লীলাময়।

'দিব্য জীৱন'ৰ যোগেদি অৰবিন্দই এইখিনি ভাবকে বিস্তৃত ৰূপত প্ৰকাশ কৰিছে। তেওঁৰ সাহিত্যৰ আন আন অংশত এই ভাব বিভিন্ন ৰূপত প্ৰকাশ পাইছে। কেতিয়াবা সি কবিতাৰ ৰূপ লৈছে, কেতিয়াবা নাটক, কেতিয়াবা পত্ৰ, কেতিয়াবা গদ্য।

## দহ

অৰবিন্দৰ সাহিত্য তেওঁৰ দৰ্শনৰ কল্পা-ৰূপ মাথোন। তেওঁৰ কবিতাত ৰহস্যময়তা বৰ্তমান, কিন্তু এই ৰহস্যময়তা প্ৰাণ আৰু মনৰ স্তৰৰ নহয় বুলি তেওঁ দাবী কৰিছে। তেওঁ দিলীপ ৰায়লৈ লিখিছিল, "মোৰ ধাৰণা, প্ৰাণৰ স্তৰৰ কবিতাও বৈশিষ্ট্যপূৰ্ণ হ'ব পাৰে। য়ুৰোপত বহুতো লোকে ভাবে যে কবিতা প্ৰাণ-মনৰ উৎসৰপৰা ৰচিত হ'ব লাগে। অৰ্থাৎ কাব্যিক চেতনা (sensations) ইন্দ্ৰিয়লব্ধ, ভাবমূলক নহয়। তেওঁলোকৰ মতে সেয়ে হ'ল বিশুদ্ধ কবিতা। এই স্তৰৰ কবিয়ে অতি স্পষ্ট ৰূপত আৰু অসাধাৰণ ছন্দ আৰু ভাষা শক্তিৰ বলেৰে জীৱন-শক্তি প্ৰকাশ কৰে। বস্তুৰ যি চেতনা তেওঁলোকে প্ৰকাশ কৰে, সেই চেতনাও সেই ৰূপতে ফুটি উঠে। এইৰূপে কাব্যিক অনুভূতিক কেন্দ্ৰ কৰি আত্ম-প্ৰকাশ লাভ কৰে। এইবোৰ কবিতাত মাজে মাজে এই শক্তি আৰু কাব্যশক্তিৰ মাজত পূৰ্ণ ভাৰসাম্য ৰক্ষা কৰা দেখা নাযায়।"

'ভবিষ্যত কবিতা'ত তেওঁ লিখিছে, "উচ্চতম উত্তোলনৰ মুহূৰ্তত, অতীতৰ কবিতাবোৰে সৃষ্টিৰ আঁৰৰ দিবা বাস্তৱতা প্ৰকাশ কৰে। কিন্তু ভবিষ্যতৰ কবিতাত ইয়াক অধিকতৰ সচেতন লক্ষ্য আৰু নিৰলস সাধনাৰ সহায়েৰে প্ৰকাশ কৰাৰ সুযোগ যথেষ্ট। ভবিষ্যতৰ কবিতাত মানুহৰ গভীৰতম আত্মাৰ বাণী আৰু বস্তুৰ সাৰ্বজনীন সত্তা কেনেকৈ প্ৰকাশ কৰা যায় তাৰ সমাধান আৱশ্যক হ'ব। এই কল্পদৃষ্টি আৰু অভিজ্ঞতাৰ প্ৰকাশক ভাষা আৰু প্ৰেৰণাদায়ক নন্দনতাত্ত্বিক ৰূপ অনুসন্ধান কৰাই এই কাব্য-সৃষ্টিৰ প্ৰধান কাম হ'ব। ভবিষ্যত কবিতাৰ যি মূল আৰু ঠাৱৰকাৰী কাৰ্য হ'ব, সেই কাৰ্য আমাৰ আত্মাৰ প্ৰকাশক বা নিৰ্ধাৰণকাৰী ৰূপ নহয় বুলি

আৱিষ্কাৰ কৰিব লাগিব। এনে কাৰ্যৰ উদ্দেশ্য হ'ব ওলোটাটোহে, অৰ্থাৎ আত্মাইহে যে নিজৰ শক্তিৰ বলেৰে কবিতাৰ ৰূপ আৰু ভাষা আৱিষ্কাৰ কৰে, তাক আৱিষ্কাৰ কৰিব লাগিব।"

'সাবিত্ৰী' কাব্যত অৰবিন্দই এনে আৱিষ্কাৰকে কৰিছে। এই কাব্য দীৰ্ঘতম ইংৰাজী কাব্য। কাব্যখন অমিত্ৰাক্ষৰ ছন্দত ৰচিত আৰু ইয়াত সৰ্বমুঠ ২৩,৮০০ শাৰী আছে। অৰবিন্দই লিখিছে, "সাবিত্ৰী নতুন ধৰণৰ ৰহস্যবাদী কাব্য। ইয়াত এটা নতুন কল্পদৃষ্টি আছে আৰু জগতক ন ৰূপত প্ৰকাশ কৰা হৈছে।" তেওঁৰ মতে সাবিত্ৰী তেওঁৰ আধ্যাত্মিক উত্তৰণৰ আলমস্বৰূপ। প্ৰথমতে তেওঁ ইয়াক মানসিক স্তৰৰপৰা আৰম্ভ কৰিছিল; কিন্তু তেওঁ যেতিয়াই উচ্চ আধ্যাত্মিক স্তৰলৈ উত্তৰণ কৰে, তেতিয়াই সেই স্তৰৰ চেতনাৰে তাক পুনৰ সংশোধন কৰিছিল। নিম্নস্তৰৰপৰা নিসৃত কবিতা ভাল হ'লেও তেওঁ তাত সন্তুষ্ট হোৱা নাছিল, কাৰণ, তেওঁ কবিতাটোৰ সকলো অংশকে একে স্তৰৰ কৰিবলৈ বিচাৰিছিল। প্ৰকৃতপক্ষে 'সাবিত্ৰী' সাধাৰণ জাতৰ লিখিত কবিতা নহয়। যৌগিক চেতনাৰে ৰচিত কবিতা কিদৰে সৃষ্টিশীল কৰিব পাৰি 'সাবিত্ৰী' তাৰে এটা উদাহৰণ।

'সাবিত্ৰী'ক 'দিব্য জীৱন' গ্ৰন্থৰ কাব্যিক ৰূপান্তৰ বুলি ক'ব পাৰি। এই কাব্যৰ দৈৰ্ঘ্য মিল্টনৰ 'পেৰেডাইজ লষ্ট'ৰ দুগুণ। এই কবিতাটিত সাবিত্ৰী-সত্যবানৰ কাহিনীৰ আধ্যাত্মিক ব্যাখ্যা দিয়া হৈছে। এই অতিকথা মানুহৰ পৰম মুক্তি আৰু পৃথিৱী উদ্ধাৰৰ প্ৰতীক। সাবিত্ৰী হৈছে কবিৰ মানত দিব্য শক্তিৰ কৰুণা স্বৰূপ। সত্যবান হৈছে মানুহৰ চিৰন্তন আত্মা। মৰণ-দেৱতা যমক অজ্ঞানৰ প্ৰতীক ৰূপে দৰ্শোৱা হৈছে। কাহিনীটোৰ মতে সত্যবান কিছুকালৰ বাবে মৃত্যুৰ গ্ৰাসত পৰিছিল; শেহত সাবিত্ৰীয়ে তেওঁক নিজৰ সাধনাৰ বলেৰে যমৰ হাতৰপৰা মুক্ত কৰে। অৰবিন্দই কাহিনীৰ এই অংশৰ ব্যাখ্যা বেলেগ ধৰণে দিছে। তেওঁৰ মতে অজ্ঞানৰ

প্ৰভাৱত অমৰ মানৱাত্মা মৃতপ্ৰায় হৈ পৰি থাকোঁতে দিব্য শক্তিৰ স্বগায় কৃপাৰ বলত তেওঁ সেই অজ্ঞানতাৰপৰা মুক্তি পায়। কাহিনী মতে সাবিত্ৰী আৰু সত্যবান শেহত নিজ ৰাজ্যলৈ ঘূৰি যায়। অৰবিন্দৰ মতে সাবিত্ৰী-সত্যবানৰ এই প্ৰত্যাৱৰ্তন প্ৰতীকমূলক। তেওঁলোক অতিমনৰ স্তৰৰপৰা লাহে লাহে দিব্য পাৰ্থিৱ ৰাজ্যলৈ প্ৰত্যাগমন কৰিছে আৰু লগে লগে অতিমনৰো ধৰাত অৱতৰণ ঘটে। অৰবিন্দই এই কাব্যত 'সাবিত্ৰী'ক তেওঁৰ নিজৰ মূল দাৰ্শনিক ভাবধাৰাৰ প্ৰবক্তা কৰিছে। এই উক্তিবোৰ বৰ সুন্দৰ আৰু তাৰে কিছুমান অতিশয় সাৰগৰ্ভ।

'সাবিত্ৰী' কাব্য সম্পৰ্কে মাত্ৰ এটা মতকেই সৰ্বজন-সম্মত বুলিব পাৰি। সেইটো হ'ল, এই কাব্য তেওঁৰ দৰ্শনৰ কাব্যিক ৰূপ। কিন্তু নন্দনতাত্ত্বিক দৃষ্টিৰপৰা বস্তুতে এই কাব্য সৰ্বাংশে নিটোল বুলি ক'ব নোখোজে। এজন সমালোচকৰ মতে সাবিত্ৰী কাব্যৰ এটা অংশ বৰ আমনিলগা। সেইটো হ'ল সাবিত্ৰীৰ পিতৃ অশ্বপতিয়ে সন্তান কামনা কৰি কৰা তপস্যাৰ বৰ্ণনা। অৰবিন্দৰ মতে এই তপস্যা হ'ল অধঃচেতন পদাৰ্থই জীৱন, মন আৰু চেতনা আদি বিভিন্ন স্তৰৰ মাজেদি মানৱাত্মাই বিশ্ব-ব্ৰহ্মাণ্ডৰ সৰ্বব্যাপক পৰম চেতনাৰ স্তৰলৈ গতি কৰাৰ চেষ্টা। 'সাবিত্ৰী' তেওঁৰ দিব্য দৃষ্টিৰ সৃষ্টি; ইয়াত তেওঁৰ অতিমনৰ সমস্ত সাধনা থূলমূলকৈ প্ৰকাশ পাইছে। সেইবাবে সৃষ্টিতত্ত্বৰপৰা আৰম্ভ কৰি সংসাৰৰ দিব্যৰূপলৈকে সকলো ইয়াত বিষয়ৰূপে অন্তৰ্ভুক্ত হৈছে। তলত কেইটামান অনুচ্ছেদ তুলি দিয়া হ'ল—

অভ্যুত্থান।  
মানৱ মনত, জ্যোতি ধাৰাৰ স্নানত  
দিব্য ভাব  
সুপ্ত অৰ্ধবিকশিত,  
হ'ব হ'ব প্ৰস্ফুটিত।

হ'ব মুক্ত হৃদয়ৰ গুহাৰ কপাট ;
পদধ্বনি জাগে দিব্য জীৱনৰ।
হ'ল মহাদ্যুতিৰ বিকীৰণ,
প্ৰাণে প্ৰাণে সঞ্জীৱন।
প্ৰজ্ঞা বোধনত হ'ব নৱ-জাগৰণ।
দীৰ্ণ তমো-আৱৰণ,—
নামি আহে প্ৰজ্ঞাৰ প্লাৱন।
ৰিপুৰ ভস্মত শুভ্ৰদেহী অমৃত সন্তান
অঙ্গে অঙ্গে সাম্য-সজ্জা,
হাতত একতা-নিচান—
সেই মৌন দিব্য-যন্ত্ৰ
মগ্ন পৰা-মন্ত্ৰৰ জপত,—
"মুমুক্ষু জীৱৰ মুক্তি, বিশ্বৰ কল্যাণ।"
কামনাবিহীন কৰ্ম তাত আত্ম-বলিদান।
স্থাবৰ-জঙ্গমত, বন্দী নাৰায়ণ
ঈক্ষা-চক্ৰত পৰম ব্ৰাহ্মণ
যাৰ সগুণ প্ৰকাশ।—
বিবৰ্তনত ব্যক্ত বিভু।
দিব্য লীলা,
শেষ হ'ব অন্তকাল হ'লে।
পৰা-ব্ৰহ্মত পূৰ্ণ লীন,
নিবৰ্তন ক্ৰমে,—
কল্পান্তত আৰু
প্ৰতি-আবৰ্তনত।
কাৰ ইন্দ্ৰজালত
বিশ্ববিবৰ্তন উৰ্ধগামী ?
ধৰা-ধামত সুষমা নামে ?

ধূসৰ-ধৰণী শোভে অপৰূপ শুভ্ৰ বেশে?
অণু-পৰমাণু মধুগন্ধে ভৰে।
দিব্য-ৰেণু স্পৰ্শত
দিব্য-শিহৰণত
প্ৰকৃতি-প্ৰাণলে ই কি প্ৰস্তুতি আহে?
হয়তো আসন্ন সেই শুভক্ষণ,—
বিধিৰ বৰত মূৰ্ত যেতিয়া হ'ব অভীষ্ট ৰতন—
সেই সৎবস্তুৰ চেতনা,
সেই দিব্য জীৱন!
ভূমাৰ কল্যাণ স্পৰ্শ পাই নামিছে কল্যাণ-সুন্দৰ।
জ্যোতিৰ্ময়, প্ৰেমময় নিজৰা শান্তিৰ।
পৰা-কন্যাই সাজি-কাচি
মূৰত পিন্ধি সগুণ-প্ৰকৃতি-কিৰীটি
জ্যোতিৰ বাহনত উঠি
যায় ঊৰ্ধ পথেদি।
প্ৰাণে প্ৰাণে পৰা-তেজ,
অণুৰে অণুৰে যেন শুভ্ৰ উপবীত,
অনন্য সাজত বিশ্ব সুসজ্জিত।
নন্দন-কানন আজি কিজানি মূৰ্ত—
এই ধৰণীৰ বৈকুণ্ঠত—।
প্ৰগতিৰ ভ্ৰান্ত পথ এৰি
ব্যক্ত চৰাচৰ সেয়ে সেৱাৰ বাবে উদ্যত—
অভিজ্ঞাত অনিমাত, অদ্বিতীয় সেই তৎ-সৎ-ৰ পদত
স্থাবৰ-জঙ্গম ঘেৰি দিব্য প্ৰতিচ্ছবি,
আনন্দ কৰুণা বেৰা অপূৰ্ব প্ৰগতি।
সগুণ প্ৰকৃতি জাগে,
মনলে' তৃপ্তিৰ জোৱাৰ আহে,

প্ৰশমিত ব্ৰহ্মক্ষুধা পৰাণত।
নিষ্প্ৰাণৰ মাজত
প্ৰাণৰ স্পন্দনত
শত শত অহল্যা জাগিছে—
তেওঁলোক ধাবমান অনন্ত তানত সাযুয্য সন্ধান ৰত।
ছিন্ন মায়া আচ্ছাদন
বিবস্ত্ৰা পৃথিবী।
নাশি মোহ-আৱৰণ
বিজ্ঞাত মানৱ।
নাই আন ধ্বনি,—
সোঽহং সুশ্ৰুত।
ক'তো ভিন্ন প্ৰাণী নাই,
সকলো অৰূপ-প্ৰসূত।
ব্ৰহ্মময় ৰূপ, আত্মা-দাপোনত
তাৰ দিব্য-দৰশন।
সমাধিত মুক্তি-আস্বাদন।
মনোভূমিৰপৰা ঊৰ্ধত—
বিকশিত পাৰিজাতত,—
অধিমানসৰ দিব্য-মঞ্চত
আত্মাৰ অদৃশ্য দূতে কান্দে,
যেন ভগীৰথ,—
মূৰ্তিমান নীৰৱ আকৃতি
কাৰ পদ চুমি কান্দে!
"গম্ দিয়া" হে সৎ-চেতনা
অমৃত—আধাৰ!
হে পৰম কৰুণা—
গম্ দিয়া, গম্ দিয়া

জীৱন কৰিছোঁ পণ।
নামে মহাসোঁত
কোন সি ঊৰ্ধলোকৰপৰা,
অধিমানসৰ দিব্যমঞ্চত নামে অতিমানসৰ জ্যোতি
জ্যোতিৰ জোৱাৰে ৰচে পৰম-সম্ভৱ।
ভগীৰথে অৰ্ঘ্য দিলে,
মনোভূমি সিক্ত হ'ল,
জ্যোতিৰ স্নানত হ'ল তমসাৰ অৱসান।
ব্ৰহ্মাণ্ডৰ উৎসৰপৰা
প্ৰজ্ঞাৰ নিজৰা নামে—
নামে ধৰণী বুকুত,
স্থাবৰ-জঙ্গম সকলোতে,
প্ৰকৃতিৰ মুক্তিস্নান হেতু।
নিৰ্মলা প্ৰকৃতি হাঁহে,
নবীন জীৱন সংবৰ্ধন হেতু।
জ্যোতি বিকীৰণ হ'ল,
অবিদ্যাৰ নিশা-অৱসান,
আহিব নতুন ঊষা
সত্য-যুগ কৰিব বৰণ।
একাত্ম সুৰেৰে গোৱা
অযুত আত্মাৰ গান
দেৱ সংঘত হ'ব সমবেত
পৃথিবীৰ অমৃত-নন্দন,
কোষে কোষে,
তন্তুৱে তন্তুৱে,
নিশ্বাসে-প্ৰশ্বাসে
কৰণে-ভাষণে,

দিব্য শক্তিৰ প্ৰৱাহ,
হ'ব দিব্য-শিহৰণ।
মূৰ্ত হ'ব দিব্য-ৰব কৰি বৰীয়ান
সেই মহান।
মুক্ত হ'ব পৰা-আকৰ্ষণ পাই
দেৱতাসকল, ধৰণীৰ ইন্দ্ৰৰ( হাতৰ )পৰা।
অধোমুখী বিশ্ব-বিৱৰ্তন ঊৰ্ধমুখী হ'ব।
মহা উত্তৰণ অন্তে,
লীন হ'বলৈ অমৃতৰ সঙ্গমত।
অস্তাচলত হ'ব লীন,
দ্বেষ, দ্বন্দ্ব, ভেদ, নানাত্বৰ বিচিত্ৰ বিন্যাস,
আৰু যত দিব্য-পৰিহাস।
সসাগৰা ধৰণীৰ অধীশ্বৰ,
সত্য-শক্তি,—
বিজ্ঞান-ভাস্কৰ, আনন্দ-আকৰ।
সেই পিতৃ-পৰিচয়,
ধ্ৰুৱতৰা সম দীপ্ত হৈ ৰ'ব
'সেই এক'—
'সেই তৎসৎ',—
ক্ৰম-বিৱৰ্তন তানত।
অৱতৰণ।
বিশ্বৰ মুক্তিৰ বাবে
নৰ-নাৰায়ণ।
বিধাত-লিখন,—
গুচাবলে' মোহ অন্ধকাৰ
নামে অৱতাৰ।
শিকাবলে' ব্ৰহ্মৰ বিজ্ঞান,

নামে সত্যবান।
আত্মাই আত্মাই জাগৰণ,
সেই দিব্য উত্তৰণ।
পাঞ্চজন্যত ভাহি আছে নিমন্ত্ৰণ
“উঠা, জাগা, মুক্ত কৰা”—
অন্তঃপুৰত সুপ্ত সত্তা।
শুনা ধ্বনি, তোমাৰ অন্তৰত
তোমাৰ কল্যাণৰ বাবে
তোমাৰ হৃদয়ত বন্দী—
সেই সচ্চিদানন্দ-আধাৰ।
তাক মুক্ত কৰা,
অনন্ত উদ্দেশি।
কৰা আত্ম-দৰশন
কোটি জীৱন মাজত,
অণুৰে বন্দী,
সত্তৰ চেতনা।
হে মুক্ত ‘কচ্ছ’
নিৰ্বাণক কৰি তুচ্ছ, তাক মুক্ত কৰা,
নিৰ্মাণৰ অধিকাৰী হোৱা,
বিধাতা-বৰত।
বিশ্বজন কৰি নিৰঞ্জন
দিব্য কৰ্ম কৰা সম্পাদন।
সুপ্ত দেৱ-ভাব ব্যক্ত হ’ক
নীতি-আচৰণৰ মাজত।
অনেকৰ দলবোৰ—
উৰ্ধগতি লভক কিছুৱে,
ৰহস্যৰ সমাধান আন কিছুমানে,

মুহূর্তৰ জ্যোতিৰ স্নানত।
মধু ভাবত মউময় মনোবন,
জীৱনৰ মহা-উত্তৰণ,
নিসর্গ-জ্যোস্না মাজত।
উষাৰ বোধন।
নৱ সূৰ্যোদয়ৰ মাজত,
চেতনাৰ স্তৰে স্তৰে,
জ্যোতি-পৰশত,
হৃদয়ৰ অৰবিন্দ, বিকশিত পাহি,
দিব্য জাগৰণ।
ভূমাৰ কল্যাণ-স্পর্শত
জ্যোতির্ময় নামে।
তৰঙ্গৰ সমুত্থান,
অণু-পৰমাণু, স্থাবৰ-জঙ্গম সকলোতে।
ই কি প্ৰগতি!
ই কি উৰ্ধ অভিযান
কাৰ নিয়তি-লেখন হেতু।
কর্মযোগী, ধর্মব্রতী,
প্রজ্ঞাবান দেৱজ্যোতি,
সকলো যে নাৰায়ণ।
জাগে সুপ্ত ভগবান।
দেৱ-সংযত ( সৌৰা ) কর্মৰত অমৃত-সন্তান।
নিসর্গ সৌন্দর্য ভৰা
অপৰূপ মধুক্ষৰা
সি দিব্য জীৱন।
'ৰাত্ৰাগমে প্ৰলীয়ন্তে
তত্ৰৈবাব্যক্তম্ সংজ্ঞকে'—

কল্পান্ত-কালত প্ৰতি-আবৰ্তন হ'ব,
ইয়ে নিয়তি-লিখন।*

'সাবিত্ৰী'ৰ দুটা সৰ্গৰ অনুবাদ ইয়াত দিয়া হৈছে। এই অনুবাদ স্বাভাৱিকতে ভাবানুৱৰ্তী আৰু শ্ৰুতিকটু। কিন্তু এই কবিতাটোৰ মূল ভাব যে সচ্চিদানন্দৰ সাধনা সেইবিষয়ে বিন্দুমাত্ৰও সন্দেহ হ'ব নোৱাৰে। "নিসৰ্গ সৌন্দৰ্য ভৰা, অপৰূপ মধুক্ষৰা, সি দিব্য জীৱন।"—এই বাক্যটিত অৰবিন্দৰ যোগ-সাধনাৰ চৰম লক্ষ্যৰ কথাই প্ৰতিধ্বনিত হৈছে। 'সাবিত্ৰী'ৰ ৰহস্যময় অভিজ্ঞতাসমূহ অনন্য, এইবিলাক ভাব-প্ৰধান, আৰু এক একতাৰ সুৰত গঁথা। এই কাব্য সম্পৰ্কে গুণমুগ্ধসকলে নানাধৰণৰ ব্যাখ্যা দিছে। শ্ৰীনৃপেন্দ্ৰকৃষ্ণ চট্টোপাধ্যায়ে লিখিছে, "মনৰ উৰ্ধত অতিমানস লোক, আৰু সেই অতিমানসৰ বিকীৰিত পোহৰৰ ইঙ্গিত মানৱ-মনৰ মহাকাব্য 'সাবিত্ৰী'ত অৰবিন্দই স্বচ্ছন্দে ৰচনা কৰি গ'ল। 'সাবিত্ৰী' হ'ল মনৰ উৰ্ধৰ অতিমানসৰ পোহৰ-লেখা, অপৰূপ মহাকাব্য।"

তেওঁৰ আন এগৰাকী অনুগত শিষ্যই লিখিছে—"সাবিত্ৰী' পৰম জ্ঞানস্বৰূপ। ই মানৱৰ সকলো ধৰ্ম আৰু দৰ্শনৰ সাৰ। ই একেধাৰে যোগ, তপস্যা আৰু সাধনা। 'সাবিত্ৰী'ৰ অসাধাৰণ শক্তি আছে। গ্ৰহণৰ পাত্ৰই এই কাব্য পাঠ কৰি ভাবৰ ঢৌ গ্ৰহণ কৰিব পাৰে; প্ৰত্যেক স্তৰৰ চেতনাৰপৰা এনে ঢৌ বিকীৰিত হয়। ই পূৰ্ণ সত্য। অৰবিন্দই যি সত্য এই ধৰালৈ নমাই আনিছে, ই সেই সত্য। বিচাৰিব জানিলে এই কাব্যৰ মাজত দৈববাণী পোৱা যায়। প্ৰকৃত পক্ষে এই কাব্য হ'ল ঈশ-বাণী। ইয়াত অনন্ত আৰু অসীমৰ ধ্যান পোৱা যায়। ইয়াক যদি সঠিক ভাবেৰে পঢ়া যায়, তেন্তে পাঠৰ দ্বাৰাই অমৰত্বৰ সন্ধান পোৱা যাব।......গুৰু নোহোৱাকৈ অতিমানসিক যোগৰ দ্বাৰা লব্ধ

* অমৃত: ১২ বৰ্ষ, ১ম খণ্ড, ১১ সংখ্যা। এই দুটা সৰ্গ তেওঁ মহাপ্ৰয়াণৰ আগে আগে লিখে।

দিব্য ৰূপান্তৰো ইয়াৰ সহায়ত লাভ কৰিব পাৰি। ইয়াত দৰ্শন, ৰহস্যবাদ, দৈবজ্ঞান, বিকাশৰ ইতিহাস, মানৱ-ইতিহাস, দেৱ-সৃষ্টি-প্ৰকৃতিৰ ইতিহাস থোৱতে পোৱা যায়। তদুপৰি সৃষ্টিৰ কাৰণ, উদ্দেশ্য আৰু লক্ষ্যৰ কথা ইয়াত আছে। প্ৰকৃতপক্ষে ইয়াত সকলো কৌতূহলৰ উত্তৰ আছে।"*

ভক্তসকলৰ এই উক্তিবোৰত অৰবিন্দৰ যোগ-সাধনা আৰু কবিতাৰ একত্ব প্ৰতিপন্ন হয়। এইবিলাক কবিতাই ভক্তসকলৰ অন্তৰত যি ধৰণে ভাবৰ ঢৌ তুলিব, সেই ধৰণে আন শ্ৰেণীৰ পাঠকৰ অন্তৰত তুলিবনে নুতুলিব, তাক কোৱা টান। অৰবিন্দ প্ৰথমতে যোগী, তাৰ পিচতহে কবি। তেওঁৰ কবিতা, কাব্য-সমালোচনা, নাটক আৰু চুটি গল্প—এইবোৰ তেওঁৰ সাধনাৰ অঙ্গ-স্বৰূপহে।

অৰবিন্দই ১৮ বছৰ বয়সতে The Songs to Myrtilla বুলি কিছুমান কবিতা ৰচনা কৰিছিল। তেওঁ ১৯০৫-১০ চনৰ ভিতৰত ৰচনা কৰা কবিতাসমূহো Collected Poems and Plays নামৰ গ্ৰন্থখনত প্ৰকাশিত হৈছিল। ইয়াৰ উপৰিও গ্ৰীক একিলচ্ আৰু পেন্থিছিলীয়াৰ কাহিনীৰ ওপৰত ভেটি কৰি তেওঁ Ilion বুলি আৰু এখন কাব্য ৰচনা কৰিছিল। অৰবিন্দই কিছুমান বঙলা আৰু সংস্কৃত গ্ৰন্থ ইংৰাজীলৈ ভাঙিছিল। তাৰ ভিতৰত কালিদাসৰ 'বিক্ৰমোৰ্বশীয়' আৰু বেদৰ Hym's to the Mystic Fire বিশেষ-ভাৱে উল্লেখযোগ্য। তেওঁ ৰচনা কৰা নাটকবোৰৰ ভিতৰত 'বাসবদত্তা'খনেই একমাত্ৰ ভাৰতীয় পটভূমিত ৰচিত, বাকীবোৰৰ পটভূমি বিদেশ। এই নাটকবোৰ অমিত্ৰাক্ষৰ ছন্দত বিৰচিত আৰু সেইবোৰত দিব্য চেতনাই জাগতিক ঘটনা নিয়ন্ত্ৰিত কৰি সমলয় আৰু অমৰত্বৰ সৃষ্টি কৰাৰ দৃশ্য দৰ্শোৱা হৈছে।

সাহিত্য সমালোচক হিচাপে অৰবিন্দই গ্যেটে, শ্বেক্সপীয়েৰ,

* ১১১ পৃঃ শ্ৰীঅৰবিন্দ—নৱজাত

বাৰ্ণাৰ্ড শ্ব, হোমাৰ, ডাণ্টে, মিল্টন, ব্যাস, বাল্মীকি, কালিদাস আৰু ৱৰ্ডচ্‌ৱৰ্থৰ ৰচনাৰ ওপৰত ভালেমান মন্তব্য দি গৈছে। এইবিলাক যথেষ্ট মূল্যৱান। বাৰ্ণাৰ্ড শ্বৰ বিষয়ে তেওঁ এইদৰে লিখিছিল, "তেওঁ যে যুগৰ এজন উত্তম মৌলিক চিন্তাবিদ সেইবিষয়ে মোৰ বিন্দুমাত্ৰ সন্দেহ নাই। তেওঁৰ সংগঠনশীল আৰু সৃষ্টিশীল মন আছে বুলি মই নাভাবোঁ; কিন্তু মানৱ-সমাজ আৰু জীৱনৰ সমালোচক হিচাপে তেওঁ অতি মহৎ। আনকি এই ক্ষেত্ৰত তেওঁক প্ৰকৃতপক্ষে সৃষ্টিশীল বুলি ক'ব পাৰি। জীৱন সমালোচনাক তেওঁ এটা জীৱন্ত আৰু সফল ৰূপ দি গৈছে।" কবিতাত দৰ্শনৰ স্থান সম্পৰ্কে তেওঁ এখন চিঠিত দিয়া মন্তব্য এটিও প্ৰণিধানযোগ্য। তেওঁৰ মতে, "স্কাইলাৰ্ক চৰাইৰ বিষয়ে কবিতা লেখা সহজ, কিন্তু ব্ৰহ্মৰ গুণ প্ৰকাশ কৰা টান। কিন্তু কবিতাত সত্য বা ভাব-প্ৰকাশৰ থল আছে। প্ৰত্যেকজন ডাঙৰ কবিয়েই দৰ্শন একোটি প্ৰকাশ কৰি গৈছে। শ্বেলীয়ে স্কাইলাৰ্কৰ লগে লগে ব্ৰহ্মৰ বিষয়েও কবিতা লিখিছিল। 'Life like a dome of many coloured glass stains the white radiance of eternity'—এই শাৰীটো 'Hail to thee blithe spirit' নামৰ বাক্যটোৰ সমানে ভাল। গীতা আৰু উপনিষদতো অপূৰ্ব কবিতাৰ গতি উপলব্ধি কৰিব পাৰি। সেই কাৰণে কঠোৰ নিয়ম আতিশয্যৰ চিনহে। কাৰণ কবিয়ে কিয় অবাবতে নিজৰ ব্যক্তিৰ বা আত্মাৰ প্ৰকাশ ৰুদ্ধ কৰিব? বা, তেওঁ কিয় নিজৰ কাব্যিক মন তত্ত্বৰ দ্বাৰা সংকুচিত, অৱৰুদ্ধ বা ছিন্ন হ'বলৈ এৰি দিব? গতিকে 'Thou shalt not' এই ধৰণৰ অনুজ্ঞাবোৰ ঠিক নহয়।"

অৰবিন্দই গোটে আৰু শ্বেক্সপীয়েৰৰ তুলনামূলক আলোচনা কৰি কৈছিল যে গোটে ডাঙৰ বুদ্ধিজীৱী আৰু শ্বেক্সপীয়েৰ ডাঙৰ কবি। গোটেৰ কবিতাত বুদ্ধিৰ বিস্তাৰ অধিক, কাব্য-শক্তি কম। শ্বেক্সপীয়েৰৰ কবিতাত এই শক্তি অধিক। হোমাৰ আৰু শ্বেক্সপীয়েৰক

তেওঁ মহত্তম কবিসকলৰ ভিতৰত ধৰিছিল ; কাৰণ, তেওঁলোকৰ কাব্যত কাব্য-শক্তি আৰু সৌন্দৰ্য—দুয়োটাৰে একত্ব অনুভৱ কৰা যায়। কিন্তু ব্যাস আৰু বাল্মীকিৰ কাব্যৰ পৰিসৰ বৰ বহল। এই অৰ্থত মহাভাৰত ইলিয়াড আৰু ৰামায়ণ ওডিছীতকৈ মহত্তৰ কাব্য। কিন্তু হোমাৰ আৰু শ্বেক্সপীয়েৰৰ ভাষা আৰু সৌন্দৰ্য-সৃষ্টিৰ শক্তি অধিক। তেওঁ শ্বেলীয়ে দিয়া কাব্যৰ সংজ্ঞাটি সৎ বুলি শলাগিছিল, কিন্তু তাক সম্পূৰ্ণ বুলি ধৰা নাছিল। শ্বেলীয়ে কৈছিল, "উত্তম—আৰু সকলোতকৈ সুখী মনৰ উত্তম—আৰু সবাতকৈ সুখজনক মুহূৰ্তবোৰৰ বৃত্তান্তই কবিতা।" অৰবিন্দই অৱশ্যে ইয়াক সাধনাৰ অন্তৰ্ভুক্ত কৰিছিল।

অৰবিন্দৰ আন আন গ্ৰন্থবোৰৰ ভিতৰত 'অন্ ডি বেদ', 'এচেজ্ অন্ গীতা', 'চিন্থেচিচ্ অব্ যোগ', 'আইডিয়েল অব্ হিউমেন ইউনিটী', 'দি হিউমেন চাইকোল' (চাইকল'জি অব্ ছোচিয়েল ডেভেলপ্মেণ্ট) আৰু 'ফাউণ্ডেশ্যন্ অব্ ইণ্ডিয়ান কাল্চাৰ' আদি গ্ৰন্থ উল্লেখযোগ্য।

বেদ সম্পৰ্কীয় গ্ৰন্থত তেওঁ তাৰ গুপ্ত প্ৰতীকসমূহৰ অৰ্থবোৰ স্পষ্টভাৱে দাঙি ধৰিছিল। গীতা সম্পৰ্কীয় গ্ৰন্থখনত গীতাৰ সনাতন ব্যাখ্যা পোৱা যায়। গীতা মূলতঃ কৰ্মতত্ত্ব। কিদৰে মানৱ কৰ্মক দিব্য ইচ্ছা আৰু কৰ্মৰ দ্বাৰা নিয়ন্ত্ৰিত কৰিব পাৰি আৰু অন্তৰ্জীৱনৰ দ্বাৰা বহিৰ্জীৱনৰ ৰূপান্তৰ সাধি ব্যক্তিত্ব আৰু অহংৰ উৰ্ধলৈ মানৱাত্মাক নিব পাৰি তাৰ কথা ইয়াত আলোচিত হৈছে। অৰবিন্দই কৈছে, "যেতিয়ালৈকে মানৱ হৃদয় শান্তিৰ উপযুক্ত নহয় তেতিয়ালৈকে প্ৰকৃত শান্তি হ'ব নোৱাৰে। বিষ্ণু-নীতিৰ বিজয় বিচাৰিলে ৰুদ্ৰৰ প্ৰতি থকা ঋণ পৰিশোধ কৰিব লাগিব। "যীশুখৃষ্ট আৰু বুদ্ধ আদি সন্তসকল আহি গুচি গ'ল, কিন্তু ৰুদ্ৰইহে এতিয়াও পৃথিবীখন হাতৰ তলুৱাত ধৰি আছে। অৰবিন্দই লিখিছে, "গীতাৰ মতে মানুহ আচলতে কৰ্মৰ গৰাকী নহয়।

প্ৰকৃতি বা মহৎ শক্তিয়েহে তিনি গুণৰ বলেৰে মানুহক কাম কৰোৱায়। সেইকাৰণে কৰ্মৰ অধিকাৰৰ ভাবটো তেতিয়ালৈকেহে থাকে যেতিয়ালৈকে মানুহে ভাবি থাকে তেৱেঁই আচল কৰ্তা। ফলাধিকাৰৰ দৰে কৰ্মাধিকাৰৰ ভুল ভাব মনৰপৰা নাইকিয়া হ'ব লাগিব।" অৰবিন্দৰ মতে গীতা ধৰ্মশাস্ত্ৰহে, সমাজ বা ৰাজনীতি-শাস্ত্ৰ নহয়। ইয়াৰ কৰ্মৰ ব্যাখ্যাক আধুনিক সামাজিক সেৱাৰ আদৰ্শৰ লগত বিজোৰাটো তেওঁ শুদ্ধ বোলা নাই।

'যৌগিক সাধনা' গ্ৰন্থত তেওঁ বিভিন্ন সাধনাৰ মাৰ্গবোৰৰ নীতি-পদ্ধতিৰ কথা আলোচনা কৰি আধ্যাত্মিক আত্মসংযনৰ যোগেদি কেনেকৈ মানৱ জীৱনতে পূৰ্ণ দিব্য জীৱন পাব পাৰি তাৰ কথা কৈছে।

'মানৱ-সমাজৰ ঐক্যৰ আদৰ্শ' গ্ৰন্থতো তেওঁ মানৱ-সমাজৰ মাজত দেখা দিয়া বিভিন্ন ঐক্যৰ ধাৰাৰ কথা খৰচি মাৰি আলোচনা কৰি গভীৰতৰ আধ্যাত্মিক ঐক্যৰ অবিহনে এই ধাৰাবোৰৰ লক্ষ্য লাভ কৰা যে অসম্ভৱ তালৈ আঙুলিয়াই দিছে।

অৰবিন্দৰ সামাজিক দৰ্শন তেওঁৰ আধ্যাত্মিক দৰ্শনৰ অন্তৰ্ভুক্ত। 'হিউমেন চাইকোল' গ্ৰন্থত তেওঁ আধ্যাত্মিক সমাজ গঢ়াৰ মনস্তাত্ত্বিক সমস্যাৰ কথা আলোচনা কৰিছে। তেওঁৰ মতে ভৱিষ্যত সমাজ হ'ব লাগিব আধ্যাত্মিক সমাজ।

অৰবিন্দৰ মতে ভাৰতীয় সংস্কৃতি ভাৰতৰ আত্মাৰ দৃষ্টি। তেওঁ আন্তৰ্জাতিক সহযোগিতা আৰু আধুনিক জগতৰ প্ৰভাৱ গ্ৰহণ কৰিবলৈ পিচ হোঁহকা নাছিল। গতিকে সংকীৰ্ণতাৰ তেওঁ বিৰোধী আছিল। মাথোন তেওঁ কৈছিল যে ভাৰতৰ কলা, ভাস্কৰ্য, স্থপতি-কলা, শিক্ষা, ধৰ্ম আৰু ৰাজনীতি—সকলোবোৰৰ মূলতে আছে ভাৰতৰ আধ্যাত্মিক শক্তি। গতিকে এইবিলাক বিষয় অধ্যয়ন কৰোঁতে ভাৰতীয় আত্মা আৰু আদৰ্শৰ কথা মনত ৰাখিব লাগিব, যাতে বৰ্তমান পৰিস্থিতিত সেইবোৰ ক্ষেত্ৰত নতুনৰ সৃষ্টি কৰিবলৈ সকলোৱে অসীম প্ৰেৰণা পায়।

এইবিলাক গ্ৰন্থৰ বাহিৰেও অৰবিন্দই 'মা', 'ঈশ্বৰৰ কাল', 'পুনৰ্জন্মৰ সমস্যা' আদি অনেক সমস্যাৰ ওপৰত ক্ষুদ্ৰ গ্ৰন্থ ৰচনা কৰিছিল। লগে লগে তেওঁ লেখা চিঠি-পত্ৰবোৰো অৰবিন্দ-সাহিত্যৰ অঙ্গীভূত কৰিব পৰা যায়। এইবোৰ চিঠিৰ বিষয় অসংখ্য, গতিকে সেইবোৰৰ আভাস দিয়া টান। মুঠতে ক'ব পাৰি যে অৰবিন্দৰ চিঠি-পত্ৰবোৰতো ব্যক্তিগতভাৱে আৰু আংশিক ৰূপত তোলা নানান সাধনা সম্পৰ্কীয় প্ৰশ্নৰ উত্তৰ আছে।

## এঘাৰ

# বিভিন্ন বিষয়ত অৰবিন্দৰ মতামত

## (১) মা

মা আৰু মই দুটা ৰূপত একেটা শক্তিৰেই প্ৰতীক। ঈশ্বৰ-শক্তি আৰু পুৰুষ-প্ৰকৃতি—একে ব্ৰহ্মৰে দুটি ফাল। মাৰপৰা সাধক-সকলে যি পায়, সিও মোৰপৰা আহে। তাত একো প্ৰভেদ নাই। মই সাধকক কিবা দিলেও মাৰ শক্তিৰ যোগেদিহে তেওঁলৈ যায়। আমি দৈৱ প্ৰেম আৰু আনন্দৰ ধাৰক বা পৰিপোষক।

আৰম্ভণিতে (পণ্ডিচেৰীত) আশ্ৰম নাছিল। মোৰ লগত কেইজনমান লোকহে যোগ কৰি আছিল। ইয়াৰ কিছুদিনৰ পিচত মা জাপানৰপৰা আহি ওলালহি আৰু তেতিয়াৰপৰাহে ই আশ্ৰমৰ ৰূপ ল'লে। সাধকসকলৰ ইচ্ছাৰ ফলতহে আশ্ৰম হয়। মাই আশ্ৰম সংগঠিত কৰিলে। মই কিছুদিনৰ পিচতে নিৰ্জন অৱস্থাত বাস কৰিবলৈ ল'লোঁ। তেতিয়াৰেপৰা আশ্ৰমৰ বৈষয়িক আৰু আধ্যাত্মিক ভাৰ মাৰ গাত পৰিল। মা আৰু মই সকলোৰে দিব্য নীতি অনুসৰি ব্যৱহাৰ কৰোঁ। আমাৰ প্ৰভাৱ আশ্ৰমৰ ভিতৰতে আৱদ্ধ নহয়। মানৱীয় মানদণ্ড অনুসৰি যাক ধনী-দুখীয়া বা উচ্চ-নীচ বোলা হয় সেই সকলোকে আমি সমান প্ৰেম আৰু আশ্ৰয় বিলাওঁ।

মা হৈছে দিব্য শক্তিৰ ব্যক্তি-ৰূপ। লোকোত্তৰ আৰু বিশ্বজনীন অৱস্থিতিৰ তেওঁ মূৰ্তিমান শক্তি। মানুহৰ প্ৰতি করুণাবশতঃ তেওঁ তমসা, অসৎ, মায়া আৰু মৃত্যুৰে পৰিপূৰ্ণ জগতলৈ নামি আহিছে। তেওঁৰ মূৰ্তি অতিমানসিক জ্যোতিক জগত-চেতনাত বিকীৰিত কৰাৰ অৱলম্বন। মা এক, কিন্তু তেওঁৰ ৰূপ বহু। লোকোত্তৰ ব্ৰহ্মাণ্ডৰ শক্তিয়ে বিশ্বব্ৰহ্মাণ্ড পালন কৰে;

তাৰ নিয়মো তেৱেঁই। বিশ্বজনীনতাৰ ঊৰ্ধৰ লোকোত্তৰ লোকৰ-পৰাহে ৰূপান্তৰৰ শক্তি আছে। মাৰ মূৰ্তিমান ৰূপে সেই লোকোত্তৰ কৰুণাক কাৰ্যত প্ৰতিফলিত কৰে। দৈহিক ৰূপৰ আঁৰত মাৰ বহু ৰূপ, বহু শক্তি আৰু বহু ব্যক্তিত্ব আছে। লোকোত্তৰ মাৰ নাম আদ্যা শক্তি। ই মাৰ সৰ্বোত্তম ৰূপ। দিব্য মা পৰম দিব্য চেতনা আৰু আদ্যা-শক্তি। তেওঁ ক্ষৰ আৰু অক্ষৰ শক্তিৰে জগত-সমূহত আত্মপ্ৰকাশ কৰে। মাই সগুণ আৰু নিৰ্গুণ ঈশ্বৰৰ প্ৰকাশ কৰে। মা হ'ল চিৎ শক্তি।

## (২) ৰাজনীতি এৰাৰ কাৰণ

মই আৰু একো কৰিব নোৱাৰোঁ বুলি ৰাজনীতি এৰা নাছিলোঁ। মই এনে কথা ভবাই নাছিলোঁ। মই স্পষ্ট 'আদেশ' লাভ কৰিহে ৰাজনীতি এৰি দিলোঁ। যোগ-সাধনাত একোৱে যাতে বাধা দিব নোৱাৰে তাৰ কথাও মই ভাবিছিলোঁ।

## (৩) জ্যোতিষ

জ্যোতিষীসকলে এনে বহু কথা কয় যিবোৰ নফলেগৈ। এজনে কৈছিল মই যোৱা বছৰেই ( ১৯৩৬ চন ) মৰিব লাগিছিল। আন এজনে কৈছিল মই যোৱা বছৰৰ মাৰ্চ কি মে' মাহত ( ১৯৩৬ ) পণ্ডিচেৰী এৰি যাব লাগিব আৰু ভাৰতবৰ্ষত শিষ্যসকলৰ লগত ঘূৰি ফুৰোঁতে নদীৰ মাজৰ ফেৰীৰপৰা অন্তৰ্ধান হ'ব লাগিব। সোৰঁৰণী মতে এই ভবিষ্যদ্বাণীবোৰ সঁচা বুলি ধৰি ল'লেও সেইবোৰ নফলিয়াব পাৰে। কাৰণ, আধ্যাত্মিক জীৱন গ্ৰহণ কৰিলে মানুহে এনে নতুন শক্তি পায়, যাৰ বলত মানুহে নিজৰ ভাগ্য সলনি কৰিব পাৰে।

## (৪) এৰিষ্টটলৰ দৰ্শন

এৰিষ্টটলৰ লেখা বৰ নীৰস। প্লেটোৰ দৰ্শনৰ দৰে নহয়। এৰিষ্টটলৰ দৰ্শন মানসিক স্তৰৰ।

## (৫) মোৰ জীৱনী

মোৰ জীৱনী মানুহে দেখাকৈ বাহিৰত প্ৰকাশিত নহয়। খুব কম মানুহেহে মোৰ কথা জানে। মোৰ জীৱনী কিয় লিখিব লাগে? তাৰ কি আৱশ্যক? মোৰ মতেৰে বিদ্যা, স্থান, খ্যাতি বা কৰ্মৰপৰা মানুহৰ মূল্য নিৰ্ধাৰণ কৰিব নোৱাৰি। তেওঁ নিজে কি আৰু আধ্যাত্মিকভাৱে কি হ'ব পাৰিছে তাৰ ওপৰতে মানুহৰ মূল্য নিৰ্ভৰ কৰিছে।

## (৬) ভৌতিকবাদ

যদি ভৌতিক শক্তিয়েই ভৌতিক পৃথিবীত থাকিব পাৰে, তেন্তে পৃথিবীত দিব্য জীৱনৰ সম্ভাৱনা নাথাকিলহেঁতেন। কেৱল অধিবিদ্যক কৌশলেৰে বিজ্ঞানৰ নেতিবাচক জ্ঞান আৰু সহজ বুদ্ধিৰ প্ৰত্যাহ্বান গ্ৰহণ কৰা টান হ'লহেঁতেন। মোৰ ধাৰণা, ইউৰোপৰ বহুত বৈজ্ঞানিকে এতিয়া স্বীকাৰ কৰিছে যে বিজ্ঞানে অকলে পদাৰ্থৰ প্ৰকৃত স্বৰূপ নিৰ্ণয় কৰিব নোৱাৰে। তদুপৰি বিজ্ঞানে তাক নিৰ্ধাৰণ কৰাৰ উপায়ো নাজানে। ই মাথোন ভৌতিক স্তৰত ভৌতিক শক্তিবোৰৰ ক্ৰিয়া-প্ৰৱাহৰ বৰ্ণনাহে দিব পাৰে। গতিকে উচ্চ চিন্তা, চৰ্চা, আধ্যাত্মিক অভিজ্ঞতা, ৰহস্যময় উপলব্ধি, আধিদৈবিক জ্ঞান আৰু অন্যান্য অভিজ্ঞতাৰ বাট মুকলি কৰি দিয়ে। (মানুহে দেখাত এইবোৰৰ ওপৰত আস্থা হেৰুৱাইছে।) মই ইংলণ্ডত থাকোঁতে জ্ঞানৰ অৱস্থা এনে আছিল। যদি তাৰ সলনি ঘটে বা যদি ৰুছদেশ আৰু গতিশীল ভৌতিকবাদে পৃথিবীক পৰিচালিত কৰিবলৈ লয়, তেন্তে ভাগ্য বুলি তাক মানি ল'ব আৰু বহু বছৰলৈ দিব্য জীৱনৰ অৱতৰণৰ দিন পিচুৱাই দিব লাগিব। ......মই কিন্তু এজন ৰহস্যবাদী যোগীহে।

## (৭) দৰ্শন

মই কেতিয়াও দাৰ্শনিক নাছিলোঁ। অৱশ্যে মই দৰ্শন লিখিছোঁ। যোগাভ্যাস কৰাৰ আগতে মই কবি আৰু ৰাজনীতিবিদ আছিলোঁ।

এজন লোকে মোক দাৰ্শনিক লেখাত সহায় কৰিবলৈ অনুৰোধ জনাইছিল ; তদুপৰি মই ভাবিছিলোঁ যোগীৰ বাবে সকলো কাম কৰা সম্ভৱ। এই দুটা কাৰণেই মই দৰ্শনত প্ৰবৃত্ত হ'লোঁ।

## (৮) গীতা

গীতাত প্ৰায় সকলোবোৰ আধ্যাত্মিক সমস্যাকে চমুকৈ দিয়া আছে। কিন্তু চমু হ'লেও সেইবোৰ গভীৰ। এইবোৰ সমস্যাকে গীতাবিষয়ক ৰচনাসমূহত আলোচনা কৰিছোঁ।

## (৯) মানৱ দায়িত্ব

মোৰ অভিজ্ঞতাৰপৰা মই ক'ব পাৰোঁ যে নীতিবাদী, ঔপন্যাসিক আৰু নাট্যকাৰবোৰে যেনেকৈ কৰ্মৰ দায়িত্ব আৰু ইচ্ছাৰ বাবে মানুহক জগৰীয়া কৰিব খোজে, ঠিক তেনেকৈ তাক সত্য বুলি প্ৰতিপন্ন কৰিব নোৱাৰি। কি শক্তিয়ে মানুহক সেই কাম কৰিবলৈ উদ্গনি দিছে তাকহে মই বিবেচনা কৰোঁ। মানুহজনে নিজে কি ইচ্ছা কৰে বা উদ্দেশ্য কৰিছে তাক অনুমান কৰাটো যুক্তিসঙ্গত নহয়, কিয়নো আমাৰ অনুমান প্ৰায়ে ভুল হয়। কেতিয়াবা সঁচা হ'লেও, সেই অনুমানে বিষয়ৰ আৱৰণহে দেখে, ভিতৰ দেখা নাপায়।

## (১০) প্ৰকৃত সন্ন্যাস

সন্ন্যাস মানে কি ? মোৰ কাম-ভাব নাই, কিন্তু মই দেখাত কেৱল নিৰ্জন-বাসহে কৰো। এই জীৱন বাহ্যিকভাৱেহে সন্ন্যাস-যুক্ত। গীতাৰ মতে ত্যাগহে (কাম-মোহৰপৰা মুক্ত আন্তৰিক মুক্তি) আচল সন্ন্যাস।

## (১১) অতিমানৱ

মই কেতিয়াবা নিজকে অতিমানৱ বুলি অভিহিত কৰিছিলোঁ বুলি মনত নপৰে। কিন্তু মোৰ মন সাধাৰণ মানৱীয় মনৰ উৰ্ধ স্তৰলৈ গৈছে। নহ'লে মই কিয় ভৌতিক পৃথিবীলৈ অতিমনক নমাই অনাৰ কথা ভাবিম ?

## (১২) তত্ত্ব

একোটি তত্ত্ব ভুল বা একপক্ষীয় আৰু অসম্পূৰ্ণ হ'ব পাৰে, কিন্তু তথাপি সেই তত্ত্ব খুব কামিলা আৰু ব্যৱহাৰোপযোগী হোৱাত কোনো বাধা নাই। বিজ্ঞানৰ বুৰঞ্জীত এনে ঘটনা ঘটা দেখা যায়। প্ৰকৃতপক্ষে দাৰ্শনিক বা বৈজ্ঞানিক তত্ত্ব মনৰ সহায়ৰ বাহিৰে আন একো নহয়। ই মনক বিষয়টো বিবেচনা কৰাত সহায় কৰে; ই যেন বিষয়টোৰ চৰ্চা আগবঢ়াই নিয়াৰ সহায়ক। মায়াবাদ, এক-পক্ষীয় আৰু একজাতীয় তত্ত্ব; তথাপি ই আধ্যাত্মিক সাধনাত যথেষ্ট সহায় কৰে। ই মনক নিজৰপৰা আঁতৰি অহাৰ বাবে ইন্ধন যোগায়। জীৱনেও ইয়াৰ সহায়ত অতি-চেতন স্তৰলৈ সহজে গতি কৰে। (আধ্যাত্মিক সাধনাও একপক্ষীয়. বৈপ্লৱিক আৰু এক-জাতীয়।) আন কথাত মন থকা পুৰুষেও মন আৰু জীৱনৰ সীমাৱদ্ধতা ত্যাগ কৰি অতি-চেতন স্তৰৰ অসীমলৈ উধাও হয়।

## (১৩) নিৰ্বাণ

মোৰ যোগৰ প্ৰথম বৈপ্লৱিক পৰিণাম হ'ল নিৰ্বাণ। ই মোক হঠাতে চিন্তাৰহিত আৰু উৰ্ধ অৱস্থা এটালৈ লৈ গ'ল। তাত মানসিক আৰু জৈৱিক আলোড়ন নাছিল। অহং আৰু বাস্তৱ জগতো নাছিল। মাত্ৰ যেতিয়া স্থিৰ বোধশক্তিৰে চোৱা যায়, তেতিয়াহে সেই নীৰৱতাত কিবা এটা অনুভৱ হোৱা বা অৱধাৰিত হোৱা যেন বোধ হ'ল। উকা ৰূপৰ জগত আৰু অন্তঃসাৰশূন্য ভৌতিক ছাঁয়া কিছুমান চকুৰ আগত ভাঁহি গ'ল। এক কিম্বা বহুত নাছিল। বৈচিত্ৰ্যহীন, অখণ্ড, সম্পৰ্কহীন, কেৱল অনিৰ্বচনীয়, অচিন্তনীয়—অথচ পৰম বাস্তৱ আৰু একক বাস্তৱ 'সেই সত্তা' তাত অখণ্ডভাৱে বিৰাজমান। ই মানসিক উপলব্ধি নাছিল। উৰ্ধৰপৰা দেখা দৃশ্যও নহয়, বিমূৰ্তও নহয়—সেই উপলব্ধ বস্তু আছিল একমাত্ৰ সগুণ বাস্তৱতা। ই স্থান-কালৰ জগতো নহয়। কিন্তু দৈহিক জগতৰ আভাস ভেদি, ঢউৰে প্লাৱিত আৰু অৱস্থান কৰি ই জিলিকি আছিল। এই অভিজ্ঞতা আহ্লাদ

বা উত্তেজনাকৰো আছিল বুলিও মই নকওঁ। যি অবৰ্ণনীয় আনন্দ মই বহুত বছৰৰ পিচত পাইছিলোঁ, সেই আনন্দও নাছিল। কিন্তু সেই উপলব্ধিয়ে মোৰ মনলৈ প্ৰকাশৰ অতীত শান্তি আনি দিছিল। এটা গভীৰ প্ৰশান্তি অনুভৱ কৰিছিলোঁ। মুক্তি আৰু আশ্বাসৰ অসীমতাই মন তুলি ধৰিছিল। দিনে-নিশাই মই সেই নিৰ্বাচনত বিভোৰ হৈ আছিলোঁ। তাৰ পিচত লাহে লাহে সেই অৱস্থাত প্ৰৱেশ ঘটিল বা তাৰ ৰূপান্তৰ হ'বলৈ লাগিল। কিন্তু উপলব্ধিৰ মূল কথা, তাৰ সদাজাগ্ৰত স্মৃতি আৰু তাৰ প্ৰত্যাৱৰ্তনৰ ক্ষমতা বহুত দিনলৈ মনত আছিল। শেষত ই লাহে লাহে ওপৰৰ উন্নত অতি-চেতনাৰ স'তে মিলি গ'ল। ইতিমধ্যে উপলব্ধিৰ পিচত উপলব্ধি আহিবলৈ ধৰিলে, আৰু সেইবিলাক আদি অভিজ্ঞতাৰ লগত মিলি গ'ল। সেই আৰম্ভণি কালতে মায়াৰ জগতৰ এক ৰূপ নাইকিয়া হৈ তাৰ ঠাইত ক্ষুদ্ৰ বহিৰাৱৰণৰ ৰূপত এক ক্ষীণ মায়াৰ আৱিৰ্ভাৱ হ'ল। সেই ক্ষীণ মায়াৰ সিপাৰে দেখা পালোঁ এক বিশাল দিব্য বাস্তৱতা; ঊৰ্ধতো দেখিছোঁ পৰম দিব্য বাস্তৱতা। অকল সেয়ে নহয়, প্ৰথমতে চিনেমা দৃশ্য বা ছাঁয়াৰ দৰে অনুভৱ হোৱা সকলো পদাৰ্থৰ হৃদি-স্থিত এক গভীৰ দিব্য বাস্তৱতাও প্ৰত্যক্ষ কৰিলোঁ। ই ইন্দ্ৰিয়-চেতনাৰ বস্তু নহয়, পৰম অভিজ্ঞতাৰ স্খলনৰো চিন নহয়,—ই হ'ল পৰম সত্যক উন্নত আৰু বিস্তৃত কৰা এটা অভিজ্ঞতা। সেই অৱস্থাত আত্মাই বস্তু দৰ্শন কৰিছিল; ইন্দ্ৰিয়ই নহয়। অসীমত তেতিয়া শান্তি, নীৰৱতা, মুক্তি বিৰাজমান। সি জগত আৰু জগতসমূহ জুৰি আছিল; সি যেন দিব্য শক্তিৰ কালহীন অনন্তৰ মাজত এটা প্ৰবহমান ঘটনাহে। তেনেহ'লে কেনেকৈ মই মায়াবাদ গ্ৰহণ কৰোঁ? কেনেকৈ মই শঙ্কৰাচাৰ্যৰ যুক্তিবাদৰ ঊৰ্ধলোকৰপৰা অহা পৰম সত্যৰ বিৰুদ্ধে যাবলৈ সাহস কৰোঁ?

## (১৪) কৰ্ম

ভাৰতীয় দৰ্শনত ভাগ্যক কৰ্মৰ সহায়েৰে ব্যাখ্যা কৰে। আমাৰ কৰ্মৰ মাজেদিয়েই আমাৰ ভাগ্য নিৰ্ধাৰিত হয়। কিন্তু এই সৃষ্ট কৰ্মই আমাৰ বন্ধন। আমি যি গুটি সিচিলোঁ, তাৰ ফল এই জীৱন বা পিচৰ জীৱনত ভোগ কৰিব লাগিব। তথাপি বৰ্তমান অৱস্থাত অতীত ভাগ্য ভোগ কৰাৰ লগে লগে আমি আমাৰ ভবিষ্যত ভাগ্যও নিৰ্ধাৰণ কৰিছোঁ। প্ৰকৃততে ইয়েইহে আমাৰ ইচ্ছা আৰু কামৰ অৰ্থ দান কৰে। য়ুৰোপীয় সমালোচকসকলে এই ভাগ্যক কঠোৰ আৰু অনুৰ্বৰ নিয়তিবাদ বুলি ভুল কৰিছে। তদুপৰি আমাৰ ইচ্ছা আৰু কৰ্মই কেতিয়াবা আমাৰ অতীত কৰ্মকো বাতিল বা সংশোধিত কৰে। মাত্ৰ উৎকট কৰ্মবোৰহে সংশোধন কৰা সম্ভৱ নহয়। আধ্যাত্মিক চেতনা আৰু জীৱন লাভ কৰিলেহে কৰ্ম বাতিল কৰিব পাৰি বা বাতিল কৰা শক্তি পাব পাৰি। লোকোত্তৰ দিব্য ইচ্ছাৰ লগত আমাৰ মিলন ঘটিলেহে আমি নিৰ্ধাৰিত অৱস্থাৰ বাবে বিহিত কৰ্ম বাতিল কৰাৰ ক্ষমতা পাওঁ। সেইদৰে এই শক্তিয়ে পূৰ্বতো সৃষ্টি কৰা কৰ্মকো নকৈ সৃষ্টি কৰিব পাৰে। এই অৱস্থাত সংকীৰ্ণ স্থিৰ সীমাৰেখাৰ বিলুপ্তি ঘটে; সেই অৱস্থাত মুক্তি আৰু পৰিসৰ দুয়োটাই অধিক হয়। সেইবাবে কৰ্ম বা জ্যোতিষে নিৰ্দিষ্ট আৰু অপৰিবৰ্তনীয় ভাগ্য সৃষ্টি নকৰে।

## (১৫) মনস্তত্ত্ব

য়ুং আৰু আন মনস্তত্ত্ববিদসকলৰ পাণ্ডিত্যৰ গভীৰতাত পতিয়ন যাবলৈ মই টান পাওঁ। পাৰিলে ভাল হ'লহেতেন। অৰ্ধ-জ্ঞান বৰ শক্তিশালী বস্তু; প্ৰকৃত পৰম সত্য দেখাত ই ডাঙৰ বাধা স্বৰূপ। অৱশ্যে প্ৰত্যেক বিষয়তে যথেষ্ট বাছকবনীয়া লোক ওলাইছে। কিন্তু নতুন মনস্তত্ত্ব পঢ়িলে মোৰ অনুমান হয় এওঁলোকে ভালদৰে বৰ্ণমালা আয়ত্ব নকৰাকৈ সংক্ষেপে জ্ঞান লাভ কৰিব খুজিছে। অধঃচেতনত আচল সত্য নাই। লোকোত্তৰ চেতনাতহে জ্ঞানৰ আধাৰ আছে।

## (১৬) ব্যক্তি

ব্যক্তিয়েই হ'ল ক্ৰমবিকাশৰ মূল অৱলম্বন। কাৰণ, ব্যক্তিয়েই নিজৰ সত্তা আৱিষ্কাৰ কৰি পৰম বাস্তৱতাৰ বিষয়ে সচেতন হয়। সমূহৰ আন্দোলন হ'ল অৰ্ধচেতন স্তৰৰ জন-আন্দোলন। সচেতন হ'বলৈ হ'লে এই আন্দোলনো ব্যক্তিৰ মাধ্যমেদি প্ৰকাশিত হ'ব লাগে। সমূহত যি সাধাৰণ জন-চেতনা পোৱা যায়, সি উত্তমভাৱে বিকশিত ব্যক্তিৰ চেতনাৰ তুলনাত কম বিকশিত। এই ব্যক্তিসকলৰ প্ৰভাৱ পৰিলেহে সমূহে তেওঁলোকৰ বিকাশৰ স্তৰবোৰলৈ উত্তৰণ লাভ কৰে আৰু উন্নতি কৰিব পাৰে। ব্যক্তিৰ চৰম আনুগত্য ৰাষ্ট্ৰৰ প্ৰতি হ'ব নোৱাৰে, কাৰণ, ৰাষ্ট্ৰ এটা যন্ত্ৰ মাথোন। ই সমূহৰ প্ৰতিও অনুগত হ'ব নোৱাৰে, কাৰণ, সমূহো জীৱনৰ অংশ। কিন্তু মনত ৰখা ভাল সমূহো সম্পূৰ্ণ জীৱন নহয়। ব্যক্তিৰ আনুগত্য হ'ব লাগিব সত্য, আত্মা, ব্যক্তিসত্তা আৰু দিব্য জীৱন। এই সকলোবোৰ তেওঁত আৰু সকলোতে ব্যাপ্ত। তেওঁ নিজক সমূহত হেৰুৱাই পেলোৱা উচিত নহয়; বৰং তেওঁৰ উদ্দেশ্য আপোন সত্তাৰ পৰম সত্য আৱিষ্কাৰ কৰা। লগে লগে তেওঁ সমূহ আৰু মানৱ সমাজক আপোন সত্য আৱিষ্কাৰ কৰিবলৈ আৰু সত্তাৰ পূৰ্ণতা লাভ কৰিবলৈ চাব লাগে। ব্যক্তি-জীৱনৰ উদ্দেশ্য এয়ে।

## (১৭) ঈশপুৰুষ

অতিমানসিক ঈশপুৰুষ সম্পূৰ্ণৰূপে আধ্যাত্মিক ব্যক্তি। স্থিৰ গুনৰ নিৰ্দিষ্ট সমাবেশৰ ফলৰ দ্বাৰা গঠিত ব্যক্তিত্ব ই নহয়। এক কথাত তেওঁৰ নিৰ্দিষ্ট চৰিত্ৰ নাই। এনে হ'ব নোৱৰাৰ কাৰণ, ঈশ-ব্যক্তি হ'ল বিশ্বজনীন আৰু লোকোত্তৰ ৰূপৰ তেওঁ সচেতন প্ৰকাশ।

উচ্চস্তৰৰ অতিমানসিক ৰূপলৈ ক্ৰমবিকশিত হোৱা ঈশব্যক্তিৰ জীৱনকে দিব্য জীৱন বুলি ধৰিব পাৰি। কাৰণ, এই জীৱন হ'ব দিব্য শক্তিৰ জীৱন। ভৌতিক প্ৰকৃতিত ই আনন্দ, শক্তি, দিব্য-জ্যোতি বিকীৰণৰ সূচনা কৰি এক নতুন জীৱনৰ পাতনি মেলে। এই ঈশব্যক্তি মানসিক স্তৰৰ অতিমানৱ নহয়।

## (১৮) মৃত্যু

মৃত্যু, কামনা আৰু বিৰোধ—এই তিনিটা বিভক্ত জীৱন-প্ৰৱাহৰ ত্ৰিমূৰ্তি। লোকোত্তৰ বিশ্বজনীন আত্মপ্ৰতিষ্ঠাৰ প্ৰথম সাধনাত ইহঁত দিব্য জীৱন-নীতিৰ তিনিটি মুখ্য স্বৰূপে প্ৰকাশ পায়।

## (১৯) পদাৰ্থ

পদাৰ্থ হৈছে সচ্চিদানন্দই—কিন্তু বৈষয়িক জ্ঞান, কৰ্ম আৰু জীৱনানন্দৰ দেখনিয়াৰ আধাৰ ৰূপে ই তেওঁৰ মানসিক অভিজ্ঞতাত পৰিস্ফুট হয়।

## (২০) জীৱন

জীৱন হৈছে পৰম চেতনা-শক্তিৰ বিশ্বজনীন ক্ৰিয়া; ই পদাৰ্থৰ বাহিৰে-ভিতৰে অৰ্ধচেতন ৰূপত প্ৰকাশ পায়। এই ক্ৰিয়াৰ ফলতে ই শৰীৰ বা ৰূপ সৃষ্টি, স্থিতি, ধ্বংস আৰু পুনৰ সৃষ্টি কৰিব পাৰে। তদুপৰি স্নায়ু-শক্তিৰ যোগেদি ই দেহত সচেতন অনুভৱ আনি দিয়ে।

## (২১) মন

আমি জনাত মন পৰম অবিদ্যাৰ শক্তি; ইয়াৰ লক্ষ্য সত্য-প্ৰাপ্তি। এই সাধনাৰ বাটত ই খুপি খুপি আগবাঢ়ে। শব্দ, ভাব, মনোনিৰ্মিত ৰূপ আৰু ইন্দ্ৰিয়-জাত জ্ঞানৰ দ্বাৰা ই কিছুমান মানসিক নিৰ্মাণ আৰু প্ৰতিকৃতি দেখা পায়। এইবিলাক যেন ছাঁয়াকীৰ্ণ বা জ্যোতিপূৰ্ণ ফট'গ্ৰাফ বা ফিল্ম—য'তে সুদূৰৰ পৰম বাস্তৱতা প্ৰতিফলিত হয়। মনৰ শক্তি ইমানেই।

## (২২) অতিমন

অতিমন প্ৰকৃতপক্ষে পৰম সত্যৰ প্ৰকৃত আৰু স্বাভাৱিক অধিকাৰী। ই পৰম বাস্তৱতাৰ ৰূপবোৰ ধৰিব পাৰে। তাত মনৰ স্তৰৰ নিৰ্মাণ, প্ৰকৃতি বা সংজ্ঞাপক মূৰ্তি নাথাকে।

## ( ২৩ ) অভাৰ-মাইণ্ড বা উচ্চস্তৰৰ মন

এই স্তৰৰ মনৰ প্ৰকৃতি আৰু নীতি বিচাৰ কৰিলে দেখা যায়, উচ্চস্তৰৰ মন হ'ল অতিমানসিক চেতনাৰ প্ৰতিনিধি। পৰম অবিদ্যাক লক্ষ্য কৰিয়েই এই প্ৰতিনিধিত্ব।

অতিমানসিক মনে উচ্চস্তৰৰ মনলৈ সকলো বাস্তৱতাকে পঠিয়াই দিয়ে। কিন্তু ই চেতনা অনুসৰি আৰু গতি-প্ৰৱাহৰ মাজত তাক ৰূপ দিবলৈও সুযোগ পায়। এই ৰূপো পৰম সত্যৰে দৃশ্য। লগে লগে ই পৰম অবিদ্যাৰ আদি জনকো। পুৰুষ প্ৰকৃতি ইয়াত বিচ্ছিন্ন হৈ থাকে। দিব্য বাস্তৱতাৰ বিভিন্ন ৰূপ, দিব্য ব্যক্তিত্ব আৰু অব্যক্তিত্ব, এক আৰু বহুৰ বিৰোধো ইয়াত বৈ যায় যদিও প্ৰত্যেকটো বেলেগ বস্তুৱেই পূৰ্ণ বিকাশৰ সুযোগ পায় আৰু বিচ্ছিন্নতাৰ গতিশীল পৰিণাম বিকশিত কৰিব পাৰে। কিন্তু এই বিচ্ছিন্ন বস্তুবোৰ এক আভ্যন্তৰীণ ঐক্যৰ সূত্ৰত গঁথা থাকে। যদি আমি পৰম বাস্তৱতাৰ শক্তিক বহুত দেৱতাৰ ৰূপত ভগাওঁ, তেন্তে এই শক্তিবোৰকো দেৱতা বুলিব পাৰোঁ। পাৰস্পৰিক সম্পৰ্ক, যোগাযোগ আৰু পাৰস্পৰিক ক্ৰিয়াৰ ক্ষমতা এই দেৱতাবোৰৰ আছে।

## ( ২৪ ) ব্ৰহ্ম

পৰম ব্ৰহ্ম হৈছে পশ্চিমীয়া অধিবিদ্যাৰ ভাষাত 'Absolute'। কিন্তু ব্ৰহ্ম আকৌ বাস্তৱতা—ইয়াতে সকলো আপেক্ষিক বস্তু আকাৰ বা গতিৰ মাজত বাস কৰে। গতিকে ব্ৰহ্মই সকলো আপেক্ষিক বস্তুকে সামৰি লয়।

ব্ৰহ্মই ঈশ্বৰ, মানৱ, অসুৰ, সকলোৰে শক্তিৰ আধাৰ। ইয়েই মানুহ, জন্তু, প্ৰকৃতি ৰূপ আৰু শক্তিত বিৰাজমান। ব্ৰহ্মই আনন্দ, সৃষ্টিৰ গুপ্ত শান্তি। ব্ৰহ্ম সকলোৰে অন্তৰাত্মা। ই সকলো ভূততে আকাৰ লৈ থাকে। তেওঁৰ যোগ-মায়াৰ বলেৰেই ঈশ্বৰে আত্ম-প্ৰকাশ কৰে ; তেওঁ চেতন সত্তা। তেৱেঁই পুৰুষ, আত্মা, চিৎশক্তি। এই চেতন শক্তিৰ বলেৰেই তেওঁ সৰ্বভূত। তেৱেঁই ঈশ্বৰ ;

সৰ্বশক্তিমান আৰু সৰ্বদ্ৰষ্টাৰূপে তেওঁ সকলোৰে শাসক। তেওঁৰ শক্তিৰ বলেৰেই তেওঁ কালত আত্মপ্ৰকাশ কৰি বিশ্ব-ব্ৰহ্মাণ্ড শাসন কৰে। মায়া হৈছে ব্ৰহ্মৰ চেতনাশক্তি।

## (২৫) ঈশ্বৰ

ঈশ্বৰ হৈছে পৰম বাস্তৱতা; আত্মা, চিতৰ অধিকাৰী। তেওঁ আপোন স্থিতিৰ উপভোক্তা, বিশ্বৰ স্ৰষ্টা, বিশ্বৰ লগত একাত্মা, বহু দেৱতাৰ ৰূপত প্ৰকাশ পালেও তাতকৈ উচ্চতৰ শক্তি, অনন্ত, অসীম, অনিৰ্বচনীয় আৰু দিব্য লোকোত্তৰ গুণসম্পন্ন। তেওঁ পুৰুষোত্তম। তেওঁ জনপ্ৰিয় ধৰ্মৰ ব্যক্তিগত দেৱতা নহয়। কাৰণ, এই দেৱতাসমূহো এক ঈশ্বৰৰ বিভিন্ন ৰূপ। ঈশ্বৰৰ এটা সত্তা হ'ল সগুণ ব্ৰহ্ম। আনটো হ'ল নিৰ্গুণ ব্ৰহ্মৰো এটা সত্তা মাথোন।

## (২৬) মনৰ শক্তি

মনৰ গাঁথনি এনেকুৱা যে ই দিব্য বাস্তৱতাৰ কাৰ্য বুজা দূৰৈত থাওক তাৰ আভাসো নাপায়। গভীৰতৰ জ্ঞান উচ্চতৰ চেতনাৰ উদয় হ'লেহে হয়। সেই চেতনাৰ সহায়ত আধিভৌতিক আৰু জাগতিক ছদ্মবেশ ভেদ কৰি মানুহে দিব্য শক্তিৰ কাৰ্য বুজিব পাৰে।

অৱশ্যে মনৰ যে আধ্যাত্মিক জীৱনত একেবাৰে স্থান নাই এনে নহয়। মাত্ৰ ই মূল যন্ত্ৰ হ'ব নোৱাৰে বা ই সকলোৰে ওপৰত নিজৰ বিচাৰ জাপি দিব নোৱাৰে। মনে উচ্চতম চেতনাৰ শিক্ষা ল'ব লাগিব। তাৰ ওপৰত ই নিজৰ বিচাৰ জাপি দিব নোৱাৰে।

## (২৭) বৈৰাগ্য

মই বৈৰাগ্য নামানো। মই গীতাৰ 'সমতা'তহে বিশ্বাস কৰোঁ। এই মতে একোৱে আমাৰ সীমা বান্ধি দিব নোৱাৰে।

## (২৮) বিশ্বাস আৰু অনুভূতি

এনে কিছুমান বিশ্বাস আৰু অনুভূতিয়ে আমাক লগ দিয়ে, যিবোৰ আমাৰ প্ৰকৃতিয়ে জোৰেৰে ধৰি ৰাখে। বিপৰ্যয় বা নিৰাশাই এইবোৰ ঢাকিহে থয়, কিন্তু ধ্বংস কৰিব নোৱাৰে।

## (২৯) গুৰু

আধ্যাত্মিক অভিজ্ঞতাই দৰ্শায় যে শিষ্যতকৈ কম জ্ঞানী হ'লেও গুৰুৱে শিষ্যক সহায় কৰিব পাৰে। গুৰুৱে নিজে নোপোৱা অভিজ্ঞতা শিষ্যৰ মাজত জগাবলৈ সক্ষম হ'ব পাৰে।

## (৩০) মানসিক ঢউ

শাৰীৰিক পদাৰ্থই অদৃশ্য ঢউ পঠিওৱাৰ দৰে মন, চিন্তা, আবেগে ঢউ পঠিয়াব পাৰে।

## (৩১) মোৰ শক্তি

মোৰ শক্তি অকল আশ্ৰমৰ মাজতে আৱদ্ধ নহয়। ইয়াক মই যুদ্ধক ঠিক পথে নিবৰ বাবে (দ্বিতীয় মহাসমৰ) আৰু জগতৰ সলনিৰ বাবে প্ৰয়োগ কৰিছোঁ। ইয়াক ব্যক্তিৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিছোঁ। অৱশ্যে এইবোৰ ক্ৰিয়া নীৰৱ আৰু আধ্যাত্মিক।

## (৩২) বিশ্বাস

বিশ্বাস হৈছে অপ্ৰকাশিত শক্তিসমূহ যে প্ৰকাশ হ'ব তাৰ সাক্ষী।

## (৩৩) মানুহৰ লক্ষ্য

সকলো মানুহেই পৰম শান্তি আৰু জ্ঞান নিবিচাৰে। সকলো মানুহৰ বিকাশৰ স্তৰ একে নহয়; সেই কাৰণে জীৱনৰ কুশক্তিৰ সাৰ্বজনীন মহৌষধ উলিওৱা অসম্ভৱ। মানৱ অভিজ্ঞতাৰ বুৰঞ্জীয়ে আমাক তাকে শিকায়।

## (৩৪) কাব্য-কলা

বুদ্ধি, কলা, কবিতা, পদাৰ্থ-তত্ত্ব—এইবোৰেও আধ্যাত্মিক উন্নতিত যথেষ্ট সহায় কৰে; অৱশ্যে তাক ভালদৰে কামত লগাব লাগিব। মূলতঃ ই হৈছে বিকাশৰ কথা। যুক্তিয়ে সহায় কৰে, কিন্তু যুক্তিয়ে বাধাও দিয়ে। অৰ্থাৎ আমাৰ বিকাশত বুদ্ধিয়ে আংশিকভাৱেহে সহায় কৰে। কিন্তু বুদ্ধিৰ দখলৰ সিপাৰে যাব লগা হ'লে, তাৰ ব্যৱহাৰ সীমিত কৰিব লাগিব। ইয়াৰ উপৰিও বিভিন্ন লোকৰ

বিভিন্ন শিক্ষা আৰু প্ৰকৃতি—তেওঁলোকে বিভিন্ন দিশত ফললাভ কৰিবলৈ বিচাৰে,—স্বভাৱ অনুসৰি।

### ( ৩৫ ) যুক্তিবাদ

ভৌতিকবাদৰ যুক্তিমূলক চিন্তাই মানৱ-সমাজৰ প্ৰভূত উপকাৰ সাধিলে। বৰ্তমানৰ ভৌতিকবাদ যদি ভৌতিক জীৱনৰ অবুদ্ধিসন্মত স্বীকৃতিহে ( তত্ত্বহে ), তেন্তে মানৱ-জগতৰ উন্নতি বহুত পিচ পৰি ৰ'লহেঁতেন। কিন্তু ইয়াৰ মূলতে আছে জ্ঞান-লিপ্সা। গতিকে ই এই প্ৰৱাহক ৰোধিব নোৱাৰে। ইন্দ্ৰিয়লব্ধ জ্ঞানৰ বাধাৰ স্তৰ পাৰ হ'লে আৰু সেই স্তৰৰ যুক্তিবাদ অতিক্ৰম কৰিব পাৰিলে, গতিবেগৰ দ্বাৰা প্ৰণোদিত হৈ এই প্ৰৱাহ অসীমলৈ ধাবমান হ'ব।

আমি সকলোৱে যুক্তিবাদী ভৌতিকবাদৰ বিস্তৃত আৰু অপৰিহাৰ্য প্ৰয়োজনৰ কথা স্বীকাৰ কৰিব লাগিব, যদিও ই কেৱল কম কালৰ কাৰণেহে। ই আমাক যি বিৰাট তথ্য আৰু অভিজ্ঞতাৰ দুৱাৰ খুলি দিলে, সেইবোৰৰ ভিতৰত সোমাবলৈ হ'লে বুদ্ধিক অতি সূক্ষ্ম আৰু কঠোৰভাৱে প্ৰশিক্ষিত কৰিব লাগিব। কেঁচা মনৰ হাতত পৰিলে সেইবোৰৰ ভয়ানক বিকৃতি আৰু বিকৃতকৰ কাল্পনিক ব্যাখ্যা হ'ব পাৰে।

### ( ৩৬ ) যোগৰ লক্ষ্য

প্ৰত্যেক মানুহ বা যোগীৰ বাবে যোগৰ উদ্দেশ্য বেলেগ বেলেগ। কিছুমানে জীৱনৰপৰা অব্যাহতি লাভৰ বাবে যোগ কৰে। তেওঁলোক মায়াবাদী। মায়াবাদীসকলে ভাবে যে দৃশ্যমান জগতখন মায়া। আন কিছুমানে আকৌ পৰম প্ৰেম বা শান্তি কামনা কৰে। আন কিছুমানে আকৌ যোগৰপৰা জীৱনৰ আঘাতবোৰ নিৰাময় কৰিব পৰাকৈ শক্তি, জ্ঞান আৰু স্থিতপ্ৰজ্ঞা লাভ কৰিব খোজে। গতিকে সাধকে যোগত কি বিচাৰে তাক নিজে ঠিক কৰিব লাগিব।

## ( ৩৭ ) বন্ধুত্ব

যোগে বন্ধুত্ব বা ভালপোৱা নাইকিয়া নকৰে ; বৰং এইবিলাকক চৰম আধাৰতহে প্ৰতিষ্ঠা কৰে। সাধাৰণত মানৱীয় সম্পৰ্কবোৰ প্ৰতিষ্ঠিত নহয়। আমি বন্ধুত্ব, ভ্ৰাতৃত্ব, প্ৰেম—এইবোৰ পৱিত্ৰ বস্তু বুলি ভাবোঁ কাৰণেই এনে সলনি কামনা কৰোঁ। কিয়নো অহংভাব, অনুৰাগ, ঈৰ্ষা আৰু বিশ্বাসঘাটকতা আদি প্ৰাণৰ স্তৰৰ প্ৰবৃত্তিয়ে যাতে সেইবোৰক মুহূৰ্ততে মলিন, নষ্ট আৰু ধ্বংস কৰিব নোৱাৰে, তাৰ বাবে আমি চেষ্টা কৰোঁ। গতিকে এইবোৰক আমি পৱিত্ৰ আৰু আপদশূন্য কৰি দিব্যশক্তিৰ আধাৰত থাপিব খোজোঁ। আমাৰ যোগত সন্ন্যাস নাই ; কোনো নীৰস কঠোৰতাও নাই।

## ( ৩৮ ) মোৰ যোগ

মোৰ যোগৰ উদ্দেশ্যৰ বিষয়ে এইখিনি ক'লেই হ'ব। মই এই পৃথিবীলৈ লোকোত্তৰ লোকৰ জ্যোতি নমাব খুজিছোঁ। এক নতুন শক্তি প্ৰকাশ কৰি সেই শক্তিক ভৌতিক জগতত এক নতুন প্ৰভাৱৰূপে ৰাখি থ'ম। তেতিয়া আমাৰ সমগ্ৰ সত্তা আৰু দৈনন্দিন জীৱনত দিব্যশক্তি পোনপটীয়াভাৱে প্ৰকাশিত হ'ব।

আগৰ যোগীসকলৰ কিছুমানে অতিমানসিক দিব্যশক্তিৰ কথা জানিছিল। ......কিন্তু তেওঁলোক ব্যক্তিগতভাৱেহে সেই স্তৰলৈ উঠিছিল আৰু সেই অৱস্থাত আছিল। পৃথিবীৰ স্তৰৰ চেতনালৈ নমাই আনি তাক সক্ৰিয় কৰি তোলা নাছিল। সম্ভৱতঃ তেওঁ-লোকে চেষ্টাও কৰা নাছিল। মনে এই অতিমানসিক সত্য নেদেখে, নুবুজেও। প্ৰথমতে মই নিজে অতিমানসিক স্তৰলৈ উত্তোলিত হ'ম, তাৰ পিচত তাক পাৰ্থিৱ চেতনা, দেহ আৰু মনলৈ নমাই আনিম। তেতিয়াহে পাৰ্থিৱ চেতনা দিব্য চেতনালৈ ৰূপান্তৰিত হ'ব। মন, দেহ আৰু জীৱনৰ ক্ৰিয়াৰ মহতীকৰণেই ঘাই উদ্দেশ্য। এনে ৰূপান্তৰ এদিনতে নঘটে। কাৰণ, ভৌতিক জগত আদিৰে-

পৰা তামসিক শক্তিৰ দুৰ্গস্বৰূপ। এই বাধাবোৰ অতিক্ৰম কৰিব পাৰি যদি অতিমানসিক শক্তি তালৈ নামি আহে। এই শক্তিয়ে উপযুক্ত পাৰ্থিৱ মাধ্যমৰ যোগেদি কাম কৰিব। মই দৈহিক-ভৌতিক জগত ত্যাগ কৰা নাই; এজন দুজনৰ বাবেও মোৰ যোগ নহয়। মোৰ উদ্দেশ্য এই জগত আৰু মানুহক উক্ত উচ্চতম দৃষ্টি আৰু জ্যোতিৰে মৌলিকভাৱে ৰূপান্তৰিত কৰা।

## বাৰ

অৰবিন্দৰ জীৱন আঁৰৰ জীৱন। পণ্ডিচেৰীলৈ যোৱাৰ পিচত তেওঁৰ মুকলি আৰু ৰাজনৈতিক জীৱন সমাপ্ত হয়। খুব কম ৰাজনৈতিক চিন্তাবিদে এই অৱসৰ-গ্ৰহণক সৰলভাৱে গ্ৰহণ কৰিব পাৰিব। কাৰণ স্বাধীনতাৰ আন্দোলনত অৰবিন্দই নেতৃত্ব দিব বুলি বহুতে আশা কৰিছিল। যোগ-শক্তিৰ বলেৰে ৰাজনৈতিক আৰু আন আন মানৱীয় কৰ্ম অদৃশ্য আৰু অবুদ্ধিগ্ৰাহ্য উপায়েৰে নিয়ন্ত্ৰিত কৰা বুলি অৰবিন্দই দাবী কৰিলেও সি বাক্মনৰ অগোচৰ হোৱা হেতুকে তাৰ প্ৰভাৱৰ কথা বিচাৰ কৰাৰ উপায় আমাৰ নাই। পণ্ডিচেৰীলৈ যোৱাৰ পিচত, স্বাধীনতা আন্দোলনৰ বিকাশত তেওঁৰ বৰঙণি পোনপটীয়াতো নাছিলেই, আওপকীয়া আছিল বুলিও ক'ব নোৱাৰি।

ভাৰতবৰ্ষত তেওঁৰ ৰাজনৈতিক চিন্তাধাৰাৰো স্থান আজি নাই। কিন্তু আৰম্ভণি কালত বঙ্গ-ভঙ্গৰ বিৰুদ্ধে হোৱা আন্দোলনত তেওঁ তত্ত্বজ্ঞ আৰু নেতা হিচাপে দিয়া বৰঙণি, ভাৰতৰ জাতীয়তাবাদৰ ব্যাখ্যাকাৰক হিচাপে, স্বাধীনতা আন্দোলনৰ সংগঠন আৰু উপায়ৰ নিৰ্দেশদাতা হিচাপে, জাতীয়তাবাদী আন্দোলনক বৈপ্লৱিক পথ দিয়াৰ পৰামৰ্শদাতাৰূপে আৰু অতীত ভাৰতীয় সংস্কৃতিৰ পুনৰ-জাগৰণত সহায় কৰি বিস্মৃত জাতিৰ মনত জাতীয় অভিমান জগাওঁতা স্বৰূপে তেওঁক ভাৰতৰ জনসাধাৰণে সদায় সুঁৱৰিব। কিন্তু আন্দোলনৰ নেতা হিচাপে তেওঁ যি কাম আৰম্ভ কৰিছিল, সেই কাম আৰম্ভণি অৱস্থাতে এৰি থৈ যোৱা বাবে তেওঁৰ ৰাজনৈতিক কীৰ্তি অনিশ্চিত আৰু অসম্পূৰ্ণ হৈ থাকিল।

আলিপুৰ মকৰ্দমাৰ সময়তে তেওঁৰ ৰাজনৈতিক কীৰ্তি সৰ্বোচ্চ

শিখবত উঠিছিল। এই সময়ত তেওঁক মানুহে স্বাধীনতা আন্দোলনৰ বীৰ আৰু তত্ত্বজ্ঞ বুলি সৰ্বান্তঃকৰণেৰে আদৰণি জনাইছিল। কিন্তু অৰবিন্দৰ নিজৰ উপলব্ধি অন্য ধৰণৰ আছিল। তেওঁ অনুভৱ কৰিছিল জনসাধাৰণ বৈপ্লৱিক কাৰ্যসূচী গ্ৰহণ কৰিবৰ বাবে সাজু নাছিল। সম্ভৱতঃ তেওঁ ব্যক্তি আৰু সংগঠনৰ শক্তিত কিবা অভাৱ দেখা পাইছিল। আলিপুৰ জেলৰপৰা ওলাই আহি তেওঁ আন্দোলন হ্ৰাস পোৱা আৰু মানুহৰ নিৰাশাও দেখা পাইছিল। সাধাৰণভাৱে ৰাজনীতিবিদে এনে অৱস্থাৰ সন্মুখীন হ'লে নতুন কাৰ্যসূচী, সংগঠন আৰু আন্দোলনৰ কথা চিন্তা কৰে। অৰবিন্দই এইবোৰ একো নকৰি অন্তৰৰ আদেশ-বাণী শুনি যোগ-সাধনাত প্ৰবৃত্ত হ'বলৈ ফৰাচী অধিকৃত দেশ পণ্ডিচেৰীলৈ গুচি গ'ল। পণ্ডিচেৰী তেতিয়া ৰাজনৈতিক আশ্ৰয়প্ৰাৰ্থীৰ আশ্ৰয়স্থল আছিল। পণ্ডিচেৰীত গৈ তেওঁ আন্দোলনৰ কথা চিন্তা কৰা নাছিল, পূৰ্ণ যোগৰহে সাধনা কৰিছিল। ৰাজনৈতিক জীৱনৰ এই অকাল-সমাপ্তিক ৰাজনৈতিক দৃষ্টিৰপৰা সমালোচনা কৰাৰ থল আছে। অৰবিন্দক আন্দোলন ত্যাগী বুলি ক'ব পাৰি।

অৰবিন্দৰ জাতীয়তাবাদৰ আধাৰ আছিল আধ্যাত্মিক দৰ্শন। তেওঁ জগত, পৃথিৱী, জাতি, মুক্তি-সংগ্ৰাম, ব্যক্তি—এইবোৰৰ মূল বিচাৰি পাইছিল এক অখণ্ড আধ্যাত্মিক সত্তাত। সেইকাৰণে তেওঁ মানুহৰ প্ৰচেষ্টাৰ আৰু প্ৰকৃতিৰ ত্ৰুটিবোৰ সংশোধিত কৰি মানুহক দিব্য জীৱনৰ যন্ত্ৰী কৰিবলৈ ঈশবাক্তিৰ কল্পনা কৰিছিল। ইয়াৰ-পৰা দেখা যায় তেওঁ দেশৰ স্বাধীনতা, দাৰিদ্ৰ্য নাশ, ব্যক্তিৰ উন্নতি, সামাজিক আৰু অৰ্থনৈতিক মুক্তি, সাহিত্য-সংস্কৃতিৰ সাধনা, বিজ্ঞান আদি সকলো মানৱীয় সাধনাকে উচ্চ আধ্যাত্মিক শক্তিৰ সহায়েৰে সম্পাদন কৰা সম্ভৱপৰ বুলি ভাবিছিল। এই আদৰ্শৰ সমাধান লাভ কৰা সম্ভৱপৰ বুলিও তেওঁৰ বিশ্বাস আছিল। এইবোৰ কাৰণতে তেওঁ দেহবিচ্ছিন্ন আৰু মনৰ উৰ্ধৰ দিব্যশক্তি কল্পনা কৰিছিল। এই

শক্তিৰ কল্পনা কৰিবৰ বাবে তেওঁ বেদান্ত আৰু আন আন আধ্যাত্মিক দৰ্শনৰ তত্ত্ববোৰৰপৰা মূল ভাববোৰ ল'লে। এইবোৰৰ তেওঁ পুনৰ ব্যাখ্যা দিলে আৰু যোগসাধনাত প্ৰবৃত্ত হৈ মনৰ অতীত এক লোকোত্তৰ অতিমানসিক শক্তিৰ কল্পনা কৰিলে। এই অতিমানসিক শক্তি অৰবিন্দৰ দৰ্শন, সাহিত্য, যোগ, কৰ্ম, মানৱতা, ৰাজনীতি, সকলোৰে উৎসস্বৰূপ হৈ গ'ল। তেওঁ অনুভৱ কৰিলে যে এই শক্তি তললৈ নমাই আনি মানৱীয় কৰ্ম আৰু সৃষ্টিৰো আধাৰ কৰিব পাৰি। প্ৰথমতে অৱশ্যে এই দিব্যশক্তিয়ে উপযুক্ত আধাৰতহে আশ্ৰয় লয়। পিচলৈ ই সমগ্ৰ মানৱ-সমাজলৈ প্ৰসাৰিত হয়। অৰবিন্দৰ শিষ্যসকলে দাবী কৰে যে ১৯৫৬ চনৰ ২৯ ফেব্ৰুৱাৰীত অতিমানসিক শক্তি পৃথিৱীত অৱতৰণ কৰিছে। এই কথা মানি ল'বৰ জোখাৰে আমি কোনো যুক্তি দৰ্শাব নোৱাৰোঁ। এই শক্তি অৱতৰণ কৰাৰ ফলস্বৰূপে কি প্ৰতিক্ৰিয়া হৈছে তাক আমি ধৰিব পৰা নাই। গতিকে অৰবিন্দৰ যোগ-সাধনাৰ আৰু দৰ্শনৰ মূল্য বাস্তৱ ফলৰ দ্বাৰা বিচাৰ কৰা সহজ কথা নহয়।

অৰবিন্দৰ দৰ্শন বেদান্তৰ অনুৱৰ্তী। গতিকে নৱ অধ্যাত্ম-বিদ্যা বুলিব পাৰি। ইয়াত যুক্তি বা 'অন্বিক্ষিকি'তকৈ শ্ৰুতিৰ স্থান ডাঙৰ। অৰবিন্দই আধুনিক ভৌতিকবাদ দলিয়াই পেলোৱা নাই, কিন্তু ন্যায়-বৈশিষক দৰ্শনৰ পিচৰ টীকাকাৰসকলৰ দৰে তাক অধ্যাত্মবিদ্যাৰ অধীন কৰি ৰাখিছে। এই কাৰণেই ভৌতিক জীৱনৰ বিকাশত মানৱীয় কৰ্মতকৈ দিব্য-শক্তিৰ প্ৰভাৱ অধিক প্ৰয়োজনীয় বুলি অনুভৱ কৰিছে। তেওঁ সৃষ্টিৰ যি বিকাশৰ কথা কৈছে সেই বিকাশো পৰমাণুৰপৰা আৰম্ভ হৈছে বুলি ধৰিছে, কিন্তু তেওঁৰ অনুভৱ হৈছে এই বিকাশত সম্পূৰ্ণভাৱে আদি কাৰণ পৰম সত্য-চেতনাৰ দিব্য প্ৰভাৱ নপৰিলে মানৱ-প্ৰকৃতি আৰু ভৌতিক জগত ৰূপান্তৰিত হৈ পূৰ্ণতাৰ ফালে আগ নাবাঢ়ে। জগদীশ বসুৱে গছ আৰু পদাৰ্থতো জীৱৰ লক্ষণ থকাৰ কথা প্ৰমাণ

কৰিছিল। ডাৰউইনে জীৱৰ ক্ৰমবিকাশ তত্ত্বৰ আৱিষ্কাৰ কৰিছিল। মানৱ-ইতিহাস, ৰাজনীতি, সাহিত্য-সংস্কৃতি, সমাজ, মনস্তত্ত্ব আদিৰ যি ব্যাখ্যা অৰবিন্দৰ লেখাত পোৱা যায়, সেই ব্যাখ্যাতো আধুনিক জ্ঞানক অস্বীকাৰ কৰা দেখা নাযায়। কিন্তু এই আধুনিক জ্ঞানকো তেওঁ দিব্য-জ্ঞানৰ অধীন কৰিছে। ইয়াৰ ফলত তেওঁ যি বিশ্বতত্ত্ব আৰু সৃষ্টিতত্ত্ব গ্ৰহণ কৰিছে তাক আদৰ্শবাদী আৰু বস্তুবাদী জ্ঞানৰ সংমিশ্ৰণ বুলিব পাৰি। মূলতঃ এই সংমিশ্ৰিত দৰ্শন অধ্যাত্মবাদী আৰু সেয়ে আদৰ্শবাদৰ নৱ ভাৰতীয় ৰূপ।

অৰবিন্দৰ জ্ঞানতত্ত্বৰ মূল আধাৰ বিজ্ঞান বা কলা নহয়, মূল আধাৰ পূৰ্ণ যোগ। এই যোগৰ বলেৰে মন, দেহ, জীৱৰ স্তৰৰ-পৰা 'আত্মা' নামৰ সত্তাক লোকোত্তৰ সচ্চিদানন্দৰ স্তৰলৈ লৈ যোৱাৰ যি সাধনা, সেই সাধনা হ'ল লোক-জগত আৰু লোকোত্তৰ জগতৰ মাজত সংযোগ-সাধন। এই সংযোগ-সাধন যুক্তিৰ দ্বাৰা নহয়, ক্ৰমাং বোধি, উচ্চস্তৰৰ মন বা অতিমনৰ দ্বাৰাহে হয়। পিচৰ দুটা ধাৰণা যুক্তিৰ অতীত, গতিকে এই ধাৰণাবোৰৰ বাস্তৱতা প্ৰমাণ কৰিব নোৱাৰি। কাজেই এই সংযোগ ৰহস্যময়। অকল সংযোগ সাধনেই নহয়, সচ্চিদানন্দৰ স্তৰলৈ উত্তৰণ, দিব্যশক্তিৰ পৃথিৱীত অৱতৰণ আৰু বিকীৰণ—এইবোৰ ক্ৰিয়াও ৰহস্যময়।

গতিকে অৰবিন্দৰ জ্ঞানতত্ত্ব ৰহস্যময় আৰু সেইবাবে একান্ত চিন্ময় আৰু ব্যক্তিগত বুলি ধৰাৰ বাহিৰে আমাৰ আন একো উপায় নাই। প্ৰকৃতপক্ষে, এই জ্ঞান যোগীয়ে ধ্যানৰ বলেৰে পায় বুলি দাবী কৰে। গতিকে তাক প্ৰমাণ কৰি চাবৰ উপায় নাই। কাজেই জে. বি. এছ. হল্‌ডেনে ক'বৰ দৰে, এইবোৰ তত্ত্বক পৰম বাস্তৱতাৰ বিবৃতি বুলি নধৰি কলা-ৰূপ বুলি ধৰা উচিত। ইন্দ্ৰিয়গত জ্ঞানৰ দৰে ৰহস্যময় জ্ঞানকো বৈজ্ঞানিক পৰীক্ষাৰ দ্বাৰা চালি-জাৰি চোৱা উচিত। তেওঁ লিখিছে, "অৱশ্যে এনে পৰীক্ষা কৰা টান, কিয়নো ৰহস্যময় অভিজ্ঞতা বিৰল আৰু নীৰৱ ( rarer )।

কিন্তু বৈজ্ঞানিক ব্যাখ্যাবোৰ যাতে আধুনিক বিভিন্ন জ্ঞানৰ পৰিপন্থী নহয় তালৈ লক্ষ্য ৰখা উচিত হ'ব। তেতিয়া হ'লে ধৰ্মতত্ত্বক বিজ্ঞানৰ সন্মান দিব পৰা যাব পাৰে।" এনেবোৰ ৰহস্যময় জ্ঞানত ভালেমান অতি-কথা, ধৰ্মানুষ্ঠান আৰু প্ৰতীকৰ ব্যৱহাৰ হয়। এই কাৰণেই এই জ্ঞান কবিতা, সঙ্গীত, চিত্ৰ-শিল্প আদিৰ দৰে ধৰ্মতত্ত্বকো কলা-ৰূপ বুলি জ্ঞান কৰিব পৰা যায়। হল্‌ডেনে লিখিছে, ৰহস্যময় জ্ঞানে আমাক যিবোৰ বিবৃতি দিয়ে, সেইবোৰৰ মূলত কিছু সত্য থাকিব পাৰে। গতিকে এই বিবৃতিবোৰক চৰম সত্যৰ বিবৃতি বুলিব নোৱাৰি। হল্‌ডেনৰ মতে, বিজ্ঞানৰ ক্ষেত্ৰতো এই কথা খাটে। অৰবিন্দৰ জ্ঞানতত্ত্বকো আমি চৰম সত্য বুলি গণ্য কৰিব নোৱাৰোঁ, কাৰণ, ই মূলতঃ ৰহস্যময়। কিন্তু তাত কিছু সত্য থাকিব পাৰে।

অৰবিন্দৰ জ্ঞানতত্ত্বই ভালেমান মানৱীয় অপূৰ্ণতাৰ কথা আমাক সোঁৱৰাই দিয়ে। মানৱকৰ্মত সচেতন লক্ষ্যৰ অভাৱেই ভালেমান অপূৰ্ণতাৰ প্ৰধান কাৰণ। দ্বিতীয়তে, মানৱসমাজৰ বা বিশ্বব্ৰহ্মাণ্ডৰ অখণ্ডতাৰ ধাৰণাৰ অভাৱ। এইবিলাক মূলতঃ আধ্যাত্মিক প্ৰক্ৰিয়া। তেওঁ আদৰ্শ মানৱ আৰু সমাজ সৃষ্টিৰ বাবে এটা সমাধানকেই বিচাৰি পাইছিল, সেইটো দিব্য জীৱন আৰু ঈশব্যক্তিৰ সৃষ্টি। দেখা যায়, ব্যক্তিয়েই এই দিব্য ৰূপান্তৰৰ মাধ্যম। সমগ্ৰ ভাৰতীয় সংস্কৃতিৰ মাজত এই দুই ধাৰা প্ৰচ্ছন্ন হৈ আছে বুলি তেওঁ ধৰি লৈছিল। বেদান্ত দৰ্শনত বাদেও ভাৰতত ভৌতিকবাদী দৰ্শন প্ৰচলিত আছিল। য়ুৰোপৰ দৰ্শনতো সেই সময়ত বস্তুবাদৰ প্ৰচলন আছিল। কিন্তু অৰবিন্দ এইবোৰ দৰ্শনৰ প্ৰতি আকৃষ্ট হোৱা নাছিল। সমসাময়িক অন্যান্য য়ুৰোপীয় দৰ্শনৰ প্ৰভাৱ তেওঁৰ ওপৰত কি ধৰণে পৰিছিল তাক ভালদৰে জনা নাযায়। কিন্তু 'ভবানী মন্দিৰ মেনিফেষ্টো'ত তেওঁ জাপানৰ জাতীয়তাবাদৰ উৎস ধৰ্ম বুলি স্পষ্টভাৱে উল্লেখ কৰিছিল। তদুপৰি ভাৰতৰ মুক্তিৰ

প্ৰসঙ্গত তেওঁ কৈছিল যে ভাৰতীয় জাতিৰ মুক্তিৰ মাজেদি ৰাজনীতিত বেদান্তৰ আদৰ্শ প্ৰতিষ্ঠা কৰাই তেওঁৰ প্ৰধান লক্ষ্য। ভাৰতৰ প্ৰকৃত স্বৰাজ হ'ব এয়ে। তেওঁ বিশ্বাস কৰিছিল, হিন্দুসকলৰ চিত্তত স্বাভাৱিকতে আধ্যাত্মিক-প্ৰৱণতা অধিক। ভাৰতে বিশ্বত এই আধ্যাত্মিক লক্ষ্য প্ৰতিষ্ঠাৰ বাবেই কাম হাতত ল'ব লাগিব। সমগ্ৰ জাতিটোক আধ্যাত্মিকভাৱে উদ্বদ্ধ কৰাই তেওঁৰ প্ৰধান কৰ্তব্য বুলি ভাবিছিল। এনে ভাবেৰে যি মানৱীয় কৰ্ম কৰে, নিশ্চয় তেওঁ ধৰ্মৰপৰা প্ৰেৰণা গ্ৰহণ কৰিব লাগিব। এই কাৰণে তেওঁৰ দৰ্শনত ধৰ্মৰ প্ৰভাৱ ইমান বেছি।

বিবেকানন্দই বেদান্তৰ শঙ্খধ্বনি পৰ্বতে-পাষণ্ডে, বজাৰে-সমাৰে, দেশে-বিদেশে সকলোতে ধ্বনিত হোৱা শুনিবলৈ আশা কৰিছিল। বিপিন পালে লিখিছিল যে প্ৰত্যেক জাতিৰে আপোন বিশ্ব-বীক্ষা আছে, আৰু সেই বিশ্ব-বীক্ষা অনুসৰি তাৰ সাধনৰ বাবে সেই জাতিৰ বিশেষ পৰিবেশৰ প্ৰভাৱত বিশেষ অনুষ্ঠান আৰু ৰাজনীতি সৃষ্টি কৰি লয়। অৰবিন্দই আলিপুৰ জেলত যি শক্তিৰ আহ্বান শুনিছিল, সেই শক্তিও আছিল আধ্যাত্মিক শক্তি। এই শক্তিয়ে কৈছিল: "মই সকলো মানুহ আৰু পদাৰ্থৰ মাজত আছোঁ, মই এই আন্দোলনতো ( স্বাধীনতাৰ আন্দোলন ) আছোঁ আৰু মই কেৱল দেশসেৱকসকলৰ অন্তৰতে নহয়, যিসকলে বিৰোধিতা কৰিছে আৰু এই কামত বাধা দিছে তেওঁলোকৰ অন্তৰতো আছো! মই সকলোৰে মাজত কাম কৰিছোঁ। গতিকে মানুহে যিহকে ভাবক বা কৰক তেওঁলোকে মোৰ উদ্দেশ্য সাধনত সহায় নকৰি নোৱাৰে।... প্ৰত্যেক কামতে তুমি নিজৰ অজ্ঞাতে আগবাঢ়ি গৈছা।...শক্তি আহি ৰাইজৰ মাজত সোমাইছে। বহুদিনৰেপৰা মই বিদ্ৰোহ প্ৰস্তুত কৰিছোঁ আৰু ময়েই তাক লক্ষ্যত উপনীত কৰামগৈ।" পিয়াৰীলালে 'মহাত্মা গান্ধী' নামৰ গ্ৰন্থত কৈছে যে এই অভিজ্ঞতা অকল অৰবিন্দৰে নাছিল, আন আন ত্যাগী দেশপ্ৰেমিকৰো একে

অভিজ্ঞতা হৈছিল। বেদান্তৰ এই বাণীয়ে ৰাজা ৰামমোহন ৰায়ৰ দিনৰেপৰা মহাত্মা গান্ধীলৈকে সকলো দেশপ্ৰেমিককে উদ্বুদ্ধ কৰিছে।

এই আধ্যাত্মিক জাতীয়তাবাদৰ উদ্দেশ্য আছিল জনসাধাৰণৰ মনত সুপ্ত আধ্যাত্মিক মহত্ব জগাই দি মুক্তিৰ বাট পোন কৰা। জাতীয়তাবাদত ব্যক্তিৰ অহংভাব সমষ্টি-চেতনাত মিহলি হৈ যায়। ভাৰতীয় জাতীয়তাবাদ আধ্যাত্মিক সমষ্টি-চেতনা। অৰবিন্দই বাতৰি-কাকত, সভা-সমিতি, আখৰা, আশ্ৰম আৰু জাতীয় বিদ্যালয় আদি ভালেমান অনুষ্ঠান পাতি এইবোৰক এই সমষ্টি-চেতনা আৰু বঙ্গভঙ্গ বিৰোধী আন্দোলনৰ মাধ্যম কৰিছিল। আৰ্য সমাজ আৰু ৰামকৃষ্ণ মিশ্যনেও কিছুমান স্বাধীন অনুষ্ঠান আগৰেপৰা তৈয়াৰ কৰিছিল। ইফালে স্বদেশী মনোভাব বঢ়াৰ ফলত বস্ত্র উদ্যোগ আদিৰো প্ৰতিষ্ঠা হৈছিল। অৰবিন্দ এই আন্দোলনৰ দাৰ্শনিক আৰু হোতাস্বৰূপ হৈ পৰিছিল। বিপিন পাল, তিলক, লালা ৰাজপত ৰায়—এইসকল স্বদেশী আৰু বিদেশী বস্ত্র বৰ্জন আন্দোলনৰ অন্যতম শিৰফুটা নেতা আছিল। 'বন্দে মাতৰম্' গীতটো এই সময়তে জাতীয় গীতত পৰিণত হৈছিল। ইয়াৰ মূল ভাব হ'ল দেশমাতৃৰ বন্দনা। এই মা হ'ল দিব্য মাতাৰ অংশ বিশেষ মাথোন। অৰবিন্দই 'বন্দে মাতৰম্' কাকতত তেতিয়া এইদৰে লিখিছিল, "একাডেমিক জ্ঞান, তৰ্ক-শক্তি, সমস্যাৰ কষ্টকৰ অধ্যয়ন, ঘৰত আৰাম আৰু বিলাসিতাত কটোৱা অভ্যাস, ধৈৰ্যৰ ভাব আৰু দীঘলীয়া আত্ম-প্ৰস্তুতি এই যুগৰ বা এই দেশৰ কাৰণে নহয়। দেশৰ মুক্তিৰ বাবে আমাক এনে এদল মানুহ লাগে যি দেশৰ বাবে সৰ্বস্ব ত্যাগ কৰিব পাৰিব। এইদল মানুহে কোনোৰকম চলাৰ জোখাৰে ব্যৱস্থা কৰি বঁটা, আৰাম আৰু বাহ্যিক আড়ম্বৰ পৰিত্যাগ কৰিব লাগিব।" তেওঁ স্পষ্টভাৱে কৈছিল যে, ভাৰতবৰ্ষৰ ভাগ্য এমুঠি উকীল আৰু ইংৰাজী শিক্ষা-

প্ৰাপ্ত স্নাতকৰ হাতত নাই, আছে জনসাধাৰণৰ হাতত। তেওঁ কৈছিল, "ৰাইজে ভগবানৰ শক্তি লৈ জীয়াই আছে। এই শক্তিয়েই হৈছে ভবিষ্যতৰ প্ৰভু।"

১৯০৫ চনৰ আন্দোলন যেতিয়া চেঁচা পৰি গ'ল, তেতিয়া অৰবিন্দৰ মনলৈ নিৰাশা নামি আহিছিল। তেওঁ লিখিছে ঃ

"মই আলিপুৰ জেলৰপৰা ওলাই সন্ধানত ব্যস্ত হ'লোঁ।...যিসকলৰপৰা পৰামৰ্শ আৰু প্ৰেৰণা পাইছিলোঁ, তেওঁলোকক নাপালোঁ। অকল সেয়ে নহয়। মই জেললৈ যাবৰ সময়ত সমগ্ৰ দেশে মুখত 'বন্দে মাতৰম্' ধ্বনি লৈ জাগ্ৰত হৈছিল; নতুন জাতি গঢ়াৰ আৰু কোটি কোটি লোকৰ হীনাৱস্থাৰপৰা মুক্তি দিয়াৰ স্বপ্নই মানুহক আকুল কৰি তুলিছিল। জেলৰপৰা আহি সেই ধ্বনি শুনিবলৈ মই ব্যাকুল হৈ উঠিলোঁ, কিন্তু দেখিলোঁ, গোটেইখন নীৰৱ। মানুহ নীৰৱ হৈ গ'ল; তেওঁলোকৰ মনত বিভ্ৰান্তি। আমাৰ আগত ভবিষ্যতৰ স্বপ্ন-দৃষ্টিৰে পৰিপূৰ্ণ ভগবানৰ যি উজ্জ্বল স্বৰ্গৰ ছবি আছিল, তাক নেদেখিলোঁ। তাৰ ঠাইত দেখিলোঁ মানৱীয় বজ্ৰ আৰু বজ্ৰপাত বৰষা এখন সীহ-বৰণীয়া আকাশ। কোনো মানুহে পথ চিনি নাপায়। সকলোতে কেৱল এটাই প্ৰশ্ন—'এতিয়া আমি কি কৰিম? আমিনো এতিয়া কি কৰিব পাৰোঁ?"

এই নিৰাশাৰ অৱস্থাতে অৰবিন্দই এক অনাগত কৰ্মবীৰৰ কল্পনা কৰিছিল। তেওঁৰ মতে এই কৰ্মবীৰ ইচ্ছাত অলৰ-অচৰ, হৃদয়-শক্তিত স্থিৰ, যুদ্ধত অপৰাজেয়, মুক্তিৰ লক্ষ্যত অবিচলিত, ত্যাগত অপৰাঙ্মুখ, জন-জাগৰণকাৰী প্ৰাণশক্তি আৰু বাক্‌শক্তিত অপূৰ্ব; সাধনাত অপ্ৰতিহত। কিন্তু সেই সময়ত এনে কৰ্মবীৰ নোলাল। পিয়াৰীলালৰ মতে মহাত্মা গান্ধী এনে কৰ্মবীৰৰ আখ্যা পাবৰ যোগ্য। কিন্তু মহাত্মা গান্ধী তেতিয়াও নেতা হোৱা নাছিল।

অৰবিন্দৰ যোগ-সাধনাৰ উদ্দেশ্যত দেশৰ স্বাধীনতা এটা

উপলক্ষ্য হৈ পৰিল। লক্ষ্য হ'ল দিব্য জীৱন। এই দিব্য জীৱন হ'লে সকলো জাতীয়, জাগতিক আৰু ব্যক্তিগত শুভ বা সৎ লক্ষ্য পূৰণ হ'ব বুলি তেওঁৰ দৃঢ় বিশ্বাস হ'ল। এই বিশ্বাসৰ ভেটি যে অদ্বৈত আৰু বেদান্ত তাত বিন্দুমাত্ৰও সন্দেহ নাই। কৰ্মজগতৰপৰা আঁতৰি তেওঁ পণ্ডিচেৰীৰ আশ্ৰমৰ নিৰ্জনতাত ভাৰতীয় যোগ-পৰম্পৰা অনুসৰি সাধনাত প্ৰবৃত্ত হ'ল। কৰ্মজগত দূৰত পৰি থাকিল। অতীত জীৱনৰ লগত বৰ্তমান জীৱনৰ যোগসূত্ৰ হ'ল ভাবৰ, স্মৃতিৰ আৰু আদৰ্শৰ। তেওঁৰ যি আশ্ৰম, সেই আশ্ৰম আনৰ বৰঙণিত চলিছিল। কাজেই এই আশ্ৰম বৰ্তমান অৰ্থনৈতিক ব্যৱস্থাৰো অঙ্গস্বৰূপ হৈ পৰিল। তাত যিসকল যোগী গোট খালে, সেইসকলৰ লক্ষ্য আধ্যাত্মিক হোৱা বাবে তেওঁলোকে অৰবিন্দৰ পূৰ্ব-জীৱনৰ কৰ্ম-পৰম্পৰাৰ প্ৰতিও আকৃষ্ট নহ'ল। অৰবিন্দই নিজেও অনুভৱ কৰিলে, দিব্য জীৱনৰ সাধনা অধিক দৰকাৰী। তেওঁৰ আৰু স্বাধীনতা আন্দোলনৰ মাজত যি যোগসূত্ৰ ৰ'ল, সি হ'ল সম্পূৰ্ণৰূপে অদ্বৈত অনুভূতি— 'সৰ্বং খল্বিদং ব্ৰহ্ম'।

অৰবিন্দৰ পূৰ্ণযোগৰ সাধনা আৰু দিব্য জীৱনৰ দৰ্শনৰ মূল্যায়ন কৰিবলৈ আমি কেৱল তেওঁৰ নিজৰ মানদণ্ড প্ৰয়োগ কৰি চালেই নহ'ব। আমাৰ অতীতৰ চিন্তা-অভ্যাস আৰু দৰ্শন-পৰম্পৰাৰ আলমত চালে আমি তেওঁৰ দৰ্শনক বেদান্তৰ নতুন সংস্কৰণ বুলিব পাৰোঁ। ভৌতিকবাদী, যুক্তিবাদী আৰু দ্বন্দ্বাত্মক ভৌতিকবাদী-সকলৰ দৃষ্টিত এই দৰ্শন সম্পূৰ্ণৰূপে ধৰ্মীয় অথবা ৰহস্যময় অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত বুলি প্ৰতিপন্ন হ'ব। এই ৰহস্যময় লোক যুক্তি-তৰ্ক বা বাক্-মন আদিৰ উৰ্ধত; তাক পোৱাৰ উপায়ো যোগলব্ধ অতিমানসিক চেতনা। এই চেতনা লাভৰ বাবে মন-জীৱ-প্ৰাণৰ স্তৰৰ চেতনাৰ যি উত্তৰণ সাধিব লাগে, তাৰ প্ৰৱাহ জ্ঞানৰ অতীত আৰু থলবিশেষে বিভিন্ন প্ৰতীক, মূৰ্তি, অনুষ্ঠান

আৰু কলাদিত প্ৰকাশ পায়। অৰবিন্দৰ দৰ্শনতো এইবিলাকৰ স্থান আছে। তেওঁ শিষ্য আৰু অনুসন্ধিৎসুসকলক দিয়া বিভিন্ন বিবৃতিত আৰু নিজৰ কবিতাত নিজৰ বিভিন্ন উপলব্ধি প্ৰকাশ কৰিছে। এই উপলব্ধিবোৰৰ সৰহভাগ তেওঁ শব্দত প্ৰকাশ কৰিছে; কিন্তু মাজে মাজে দেখা যায় ৰং, ৰূপ আৰু মানসিক অৱস্থা—এইবিলাকৰ মাজতো উপলব্ধি ব্যক্ত কৰিছে। এইবিলাকৰ নিশ্চয়তা আৰু সত্য পন্থাগত আৰু সেই কাৰণে তাৰ বিচাৰ আমাৰ পক্ষে কৰা দুৰূহ। ভৌতিক বা বৈজ্ঞানিক পৰ্যবেক্ষণৰ দ্বাৰা সত্য বিচাৰ কৰিব পৰা যায় নে নাযায় তাক সাৰ্থক পৰীক্ষাৰ দ্বাৰাহে ক'ব পৰা যাব। পেৰা-চাইকল'জি উন্নত মনোবৈজ্ঞানিক পদ্ধতিৰ দ্বাৰা এইবোৰ উপলব্ধিৰ স্বৰূপ ধৰিব নোৱাৰি বুলি অৰবিন্দই দাবী কৰিছে।

অৰবিন্দৰ দৰ্শন উচ্চ মধ্যবিত্তৰ অধ্যাত্ম-দৰ্শন। জাগতিক দুঃখ নিবাৰণ আৰু মানৱ প্ৰকৃতিৰ ৰূপান্তৰৰ বাবে আধ্যাত্মিক আধাৰ আৰু সাধনাৰ প্ৰয়োজন এই কথাকে তেওঁ বাৰে বাৰে তেওঁৰ বক্তব্যত প্ৰকাশ কৰিছে। বেদান্ত দৰ্শনৰ মতে বাস্তৱতাৰ স্তৰ পাঁচোটি; (১) অন্ন—দৈহিক স্তৰ; (২) প্ৰাণ—জীৱৰ স্তৰ; (৩) মন—মানসিক স্তৰ; (৪) বিজ্ঞান—ন্যায় আৰু নীতিৰ স্তৰ আৰু (৫) আনন্দ—আধ্যাত্মিক স্তৰ। এই স্তৰবোৰ ক্ৰমিক আৰু সংসাৰো ক্ৰমাৎ এটা স্তৰৰপৰা আন এটা স্তৰলৈ বিকশিত হৈ ক্ৰমে পঞ্চম স্তৰ পায়গৈ। অৰবিন্দই ক্ৰমবিকাশৰ এই নীতি মানি লৈছে আৰু কিদৰে অধঃভৌতিক স্তৰৰপৰাই চেতনাৰ ইঙ্গিত পোৱা যায় আৰু বাকীবোৰ স্তৰত কিদৰে চেতনাৰ বিকাশ হৈ আধ্যাত্মিক স্তৰত অতিমানসিক দিব্যস্তৰ পায়গৈ তাৰ কথা দিব্য জীৱনত বৰ্ণনা কৰিছে। ডঃ ৰাধাকৃষ্ণণে এই প্ৰৱাহ সহজভাৱে বৰ্ণনা কৰিছে। তেওঁ কৈছে, "ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰাৰ অৰ্থ অহংভাবৰ বিলুপ্তি। ঈশ্বৰৰ ওচৰত আমি আত্মা উৎসৰ্গা কৰিব লাগিব। নিষ্কাম কৰ্ম, ভক্তি, যোগ আৰু বিচাৰৰ দ্বাৰা এই

ঈশ্বৰ-প্ৰাপ্তি সহজ হয়। আত্মাৰ বিচাৰ, ধৰ্মীয় অনুষ্ঠান আৰু নৈতিক লোক-সেৱা ইয়াৰ উপায়। পূজা, জপ, ধ্যানৰো উদ্দেশ্য ঈশ্বৰৰ লগত মিলন। আমাৰ সাধনা যিমানে বৃদ্ধি পায় সিমানে মানুহ আৰু দিব্যশক্তিৰ মাজৰ ব্যৱধান কমি যায়। ভাৰতীয় দৰ্শনে ঈশ্বৰ-উপলব্ধিৰ চাৰিটা স্তৰ আছে বুলি ভাবে। এইকেইটা হ'ল—সালোক্য (এই স্তৰত ভক্ত-ভগবান একে লোকত বাস কৰে), সামীপ্য (ভক্তই এই স্তৰত ভগবানৰ কাষ চাপে), সাৰূপ্য (এই স্তৰত ভক্তই দিব্য শক্তিৰ বহুত গুণ আহৰণ কৰে) আৰু সাযুজ্য (এই স্তৰত দিব্য বস্তুৰ লগত ভক্ত মিলি যায়)।" এই দিব্য শক্তিত অনন্ত নীৰৱতা আৰু প্ৰৱহমান কৰ্ম একেলগে থাকে। ইয়েই সৎ-অসৎ, পৰম-স্থিৰ-দ্ৰষ্টা অথচ সকলো বস্তুৰে আধাৰ, পৰম ব্ৰহ্ম অথচ ঈশ্বৰ।

অৰবিন্দই লিখিছে, "যোগিক চেতনাৰ এটা স্তৰত যোগীয়ে সকলো বস্তুকেই সুন্দৰ দেখে, কাৰণ সকলো বস্তুকেই তেওঁ প্ৰচ্ছন্ন দিব্য শক্তিৰ আধ্যাত্মিক মহিমাৰে পূৰ্ণ বুলি ভাবে। কাৰণ, পৰম সত্তাৰ ৰং, ৰেখা, গুণ আৰু স্থিতি-শক্তি, চেতনা আৰু জগত-নিয়ামক সচ্চিদানন্দই সেইবোৰক ৰূপ দিছে। সাধাৰণ নন্দনতাত্ত্বিক দৃষ্টিত বাহ্যিক ইন্দ্ৰিয়ৰ বাবে এইবোৰ বস্তু সুন্দৰ নহ'ব পাৰে বা সুন্দৰ বুলি প্ৰতিভাত নহ'ব পাৰে, কিন্তু যোগীয়ে তাত অতিৰিক্ত মহিমা এটি দেখে, যিটো স্থূল দৃষ্টিৰে ধৰিব নোৱাৰি। তেওঁ বস্তুৰ অধ্যাত্মসত্তা দেখে,—এই সত্তা আত্মা আৰু মূল স্বৰূপ। স্থূল দৃষ্টিত প্ৰথমতে ধৰা নপৰা ৰেখা, বৰ্ণ, সুসঙ্গতি, সাৰ্থক অঙ্গবিন্যাস কিছুমানো তেওঁ প্ৰত্যক্ষ কৰে। যোগীৰ অন্তৰৰপৰা দিব্য বস্তু আনি সেই বস্তুবোৰত ভৰাই দি, আৰু সত্তাৰ শক্তিৰ বলেৰে গোটেই বস্তুবোৰৰে ৰূপান্তৰ সাধন কৰে। শিল্পীয়েও একে কামকে কৰে, কিন্তু ভিন্ন ক্ৰিয়াৰে।" প্ৰকৃতপক্ষে অৰবিন্দই যি পৰম দৃষ্টিৰ কথা কৈছে, সেয়েই তেওঁৰ দৰ্শনৰ মূল সম্পদ। তেওঁৰ সাহিত্য,

মানৱতা, মানৱ-সেৱা, নৈতিকতা, জীৱন দৃষ্টি, বিশ্ববীক্ষা, মনোবিজ্ঞান, ইতিহাস-চেতনা, সমাজতত্ত্ব—সকলোৰে মাজত নতুন আৰু সৰ্বব্যাপক এই অতিমানসিক চেতনা বিৰাজমান। তেওঁৰ জ্ঞান আধ্যাত্মিক, মানৱীয় নহয়।

ভাৰতবৰ্ষই এনে যোগী আৰু দাৰ্শনিক বহুতৰে সৃষ্টি কৰিছে। অৰবিন্দ ৰামকৃষ্ণ পৰমহংসৰ দৰে আনুষ্ঠানিক ধৰ্মৰ প্ৰতি উদাসীন। তেওঁ এই সৃষ্টিক পৰমেশ্বৰৰ লীলা বুলি জ্ঞান কৰে। মানৱীয় কৰ্মৰ প্ৰতি তেওঁ উদাসীন নাছিল। মাথোন এই কাম নিষ্কাম আৰু দিব্যজ্যোতি-পৰিচালিত হ'ব লাগিব বুলি তেওঁ ধাৰণা কৰিছিল। আমাৰ বিশ্বাস, তেওঁ সমাজৰ সৰ্বাত্মক আৰু সমতাপূৰ্ণ বিপ্লৱৰ বিৰোধী নাছিল। কিন্তু অন্যান্য ৰহস্যবাদী যোগীৰ দৰে তেওঁ আধ্যাত্মিক স্তৰত থাকি কাম কৰিবলৈ বিচাৰিছিল। সাধাৰণ মনৰ বাবে এই কামৰ প্ৰক্ৰিয়া ৰহস্যময়, কাজেই একদৃষ্টিত অৰ্থহীন। কিন্তু ভাৰতৰ জনসাধাৰণৰ ওপৰত আধ্যাত্মিক দৰ্শনৰ প্ৰভাৱ বহুদিনীয়া। এওঁলোকে সেইবাবে যোগী আৰু সন্ত মহাপুৰুষসকলক সমাজৰ ধৰণী বুলি গণ্য কৰে। এই শ্ৰদ্ধাৰ ভাব থকা হেতুকেই অৰবিন্দৰ প্ৰভাৱ ভাৰতৰ উচ্চশিক্ষিত শ্ৰেণীৰ ওপৰত বিশেষভাৱে দেখা যায়। মূলতঃ ই অধ্যাত্মবাদী দৰ্শন।

অৰবিন্দ ভাৰতীয় নবন্যাস আন্দোলনৰ এজন প্ৰবক্তা। ১৯১৮ চনতে তেওঁ আৰ্যত এই সম্পৰ্কে যিবোৰ প্ৰবন্ধ লিখে, সেইবোৰেই শেষত পুস্তকাকাৰে প্ৰকাশ পায়। তেওঁ ভাৰতীয় সভ্যতা-সংস্কৃতিৰ যি ব্যাখ্যা দিছিল, তাত কেৱল মূল কল্পদৃষ্টি এটাহে প্ৰকাশ পাইছিল। এই কল্পদৃষ্টি হ'ল আধ্যাত্মিক।

ডি. এছ্. শৰ্মাৰ মতে অৰবিন্দই দয়ানন্দ সৰস্বতীৰ বেদৰ ব্যাখ্যাৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱান্বিত হৈছিল। অৰবিন্দই কৈছিল যে দয়ানন্দই গভীৰ অন্তদৃষ্টিৰ সহায়েৰে ভাৰতীয় সংস্কৃতিৰ আধাৰ বেদৰ পূৰ্ণ মনুষ্যত্বৰ শিক্ষাৰ স্বৰূপ ব্যাখ্যা কৰিছিল। আৰম্ভণিৰে-

পৰা বেদৰ দুটা পৰম্পৰা প্ৰচলিত আছিল। এটাৰ মতে বেদ হ'ল অতিকথা আৰু কৰ্মকাণ্ডৰ ভঁৰাল। ইটো পৰম্পৰাৰ মতে বেদ পৰম জ্ঞানৰ আঁকৰ। সযেনাচাৰ্য প্ৰথম পৰম্পৰাৰ প্ৰবক্তা আৰু এইটো পৰম্পৰাৰ ওপৰতে পশ্চিমীয়া পণ্ডিতসকলে অধিক গুৰুত্ব দিছে। অৰবিন্দৰ মতে উপনিষদবোৰ বেদৰ 'আধ্যাত্মিক প্ৰেগ্‌মেটিজিম'ৰ ধাৰাৰপৰা ফালৰি কাটি গ'ল আৰু ফলত বেদৰ ভালেমান প্ৰতীক আৰু মূল্যবান শিকনিৰ অনাদৰ হ'বলৈ ধৰিলে। দিব্য জীৱন গ্ৰন্থত তেওঁ লিখিছে ঃ

"বৈদিক শব্দসমূহৰ জটিল অনুষঙ্গ, চহকী বিষয়-বস্তু, বিবিধ আৰু আনুষঙ্গিক ভাব আৰু বিশিষ্ট প্ৰতীকসমূহ বিস্মৃতিৰ গৰ্ভত লোপ পালে আৰু তাৰ ঠাইত স্পষ্ট, অধিবিদ্যক, মানসিক গুণৰহিত আৰু প্ৰায় অপৰিবৰ্তনীয় অৰ্থবিশিষ্ট ভাষাৰ প্ৰৱৰ্তন হ'ল।"

দয়ানন্দৰ দৰে অৰবিন্দই বেদত বহুত নামযুক্ত এক ঈশ্বৰৰ মহিমা, দিব্য-শক্তি, সেই দিব্য-শক্তিৰ বাবে মানুহৰ সাধনা আৰু বিশ্বতত্ত্বৰ নিয়মৰ কথাই মুখ্য স্থান পাইছে বুলি ধাৰণা কৰে। অৰবিন্দৰ মতে বেদত আধুনিক জগতৰো অজ্ঞাত এটি বিজ্ঞান গূঢ়-ভাৱে প্ৰকাশ পাইছে। তেওঁৰ মতে বেদ সম্পৰ্কীয় ব্যাখ্যা 'অত্ৰিৰ স্তোত্ৰ' আৰু 'বেদৰ গূঢ়াৰ্থ' আদি প্ৰবন্ধত পোৱা যায়। বেদৰ স্তোত্ৰবোৰক ভাৰতীয় ঋষিসকলৰ প্ৰতীকমূলক ধৰ্মবাণী বুলি তেওঁ ধৰিছিল। তেওঁৰ মতে এই স্তোত্ৰবোৰৰ অৰ্থ আধ্যাত্মিক আৰু মানসিক, অতিকথামূলক আৰু কৰ্মকাণ্ডমূলক নহয়। অঙ্গিৰস আৰু বৃত্ৰ উপাখ্যান দুটাই বেদৰ ঘাই উপাখ্যান আৰু এই দুটাক কেন্দ্ৰ কৰি বাকীবোৰ বৈদিক প্ৰতীকৰ তাৎপৰ্য ব্যাখ্যা কৰিব পাৰি। এই প্ৰতীকবোৰৰ অৰ্থ উলিয়াব পাৰিলেই বেদৰো অৰ্থ বুজা যায় বুলি তেওঁৰ ধাৰণা আছিল। অৰবিন্দই এই প্ৰতীকবোৰক আন্ধাৰ-পোহৰ, সত্য-অসত্য, জ্ঞান-অজ্ঞান আৰু মৃত্যু-অমৰত্ব আদিৰ মাজত ঘটা আধ্যাত্মিক সংগ্ৰামৰ আলমত ব্যাখ্যা কৰিছিল।

অৰবিন্দই লিখিছে, "ঋক্‌বেদ হ'ল মানৱ-সমাজৰ উচ্চাকাঙ্খাৰ গীত। আত্মাৰ অমৰলোকলৈ উত্তোলন কৰাৰ কাহিনী ইয়াত গীতি-কবিতাৰ ৰূপত প্ৰকাশ কৰা হৈছে। ছান্দোগ্য, বৃহদাৰণ্যক, তৈত্তিৰীয়, ঐতৰেয় আৰু ঈশ উপনিষদ ইত্যাদি আদিকালৰ উপনিষদবোৰত বৈদিক জ্ঞান প্ৰায় অটুট ৰূপত সংৰক্ষিত হৈছিল বুলি অৰবিন্দৰ ধাৰণা। কিন্তু বেদান্তত সেই পূৰ্ণ জীৱনৰ ধাৰণা নোহোৱা হ'ল। বেদান্তই ক্ৰমাৎ সন্ন্যাস, প্ৰয়োগবিমুখতা আৰু ভিন্ন মূল্যবোধৰ প্ৰতি আকৃষ্ট হ'ল। ঈশোপনিষদৰ ব্যাখ্যা দিওঁতে অৰবিন্দই কৈছিল যে ইয়াত বেদান্তৰ ভাবধাৰাৰ লক্ষণ পোৱা যায়। পৃথিবী, ভোগ, কৰ্ম, বহু জন্ম আৰু অজ্ঞান আদিৰ ধাৰণাৰ লগতে ইয়াত ঈশ্বৰ, ত্যাগ, তৃষ্ণাশূন্যতা ( quietism ), এক জন্মান্ত আৰু জ্ঞানৰ ধাৰণাও সোমাই গ'ল। পিচৰ ধাৰণাবোৰে ক্ৰমাৎ উচ্চ স্থান লাভ কৰিলত, সিয়েই ক্ৰমাৎ গৈ মায়াবাদৰ জন্ম দিলেগৈ আৰু জগত অৰ্থহীন আৰু ভ্ৰান্তিৰূপে প্ৰতিপন্ন হ'ল। আদিকালৰ উপনিষদবোৰত ঈশ্বৰ আৰু পৃথিবী, ত্যাগ আৰু ভোগ ইত্যাদি বিপৰীত ধাৰণাবোৰৰ সুসমন্বয় ঘটিছিল। বিদ্যা-অবিদ্যা, এক-বহু, জ্ঞান-কৰ্ম, জন্ম-মুক্তি, পৰম সত্তা আৰু সত্তাৰ প্ৰকাশ, আত্মাৰ মুক্তি আৰু প্ৰকৃতিৰ কৰ্ম—এইবিলাকৰ দ্বন্দ্বৰো তেতিয়া সমন্বয় হোৱা দেখা গৈছিল।

গীতাৰ বিষয়ে লিখা ৰচনা কেইখনতো অৰবিন্দই এনেকুৱা ব্যাখ্যাকে দিছিল। গীতা কেৱল মানৱীয় কৰ্ম আৰু সমাজ সেৱাৰ বাণীস্বৰূপ নহয়, ই হৈছে মূলতঃ যোগ আৰু ঈশ্বৰ অনুৰাগৰ শাস্ত্ৰ। এই অনুৰাগৰ বাবে মানুহক নবজন্ম আৰু নব কৰ্মাদৰ্শ লাগে। এই কৰ্মাদৰ্শ আৰু নবজন্ম অৱতাৰী পুৰুষৰ জন্ম আৰু কামতে প্ৰতিফলিত হোৱা দেখা পোৱা যায়। নিষ্কাম সেৱাৰেহে এই ঈশ্বৰ-সঙ্গ পোৱা যায়। লগে লগে একান্ত ভক্তি, অনলস ধ্যান আৰু ঈশ্বৰৰ সৰ্বব্যাপক একতাৰ ৰহস্যময় অন্তদৃষ্টি সেৱকৰ বাবে একান্ত প্ৰয়োজন।

গীতা হৈছে সমন্বয়কাৰী যোগ। ই আধ্যাত্মিক জীৱনৰ সকলো উপাদানৰ একত্ব স্থাপন কৰি কৰ্ম, ভক্তি, ধ্যান আৰু জ্ঞানৰ স্থান নিৰ্দেশ কৰি দিয়ে। কৰ্মযোগৰ শিক্ষামতে আমি কৰ্মৰ ফলকে নহয়, কৰ্ম আৰু কৰ্মৰ যন্ত্ৰকো ঈশ্বৰক সমৰ্পণ কৰিব লাগে। অৰবিন্দৰ মতে আত্মমুক্তিৰ প্ৰথম খাপ হ'ল এই কৰ্মযন্ত্ৰৰ অবাস্তৱতাৰপৰা মুক্তি লাভ কৰাটো। কাৰণ, ই হৈছে ভৌতিক প্ৰকৃতিৰ কামহে, আত্মাৰ ক্ৰিয়া নহয়। এই প্ৰকৃতিক দৈৱ-শক্তিৰ ওচৰত সমৰ্পণ কৰাই হ'ল মানুহৰ আচল কাম। আত্মাই দেহ-মন ঐশ্বৰিক আধাৰত সমৰ্পণ কৰিলেহে প্ৰকৃত স্বাধীনতা পায়। ঐশী-প্ৰকৃতিৰ নিয়ম মানি চলা আত্মাৰ কামত স্বতঃস্ফূৰ্ত্ততা আৰু স্বাচ্ছন্দ্য আছে। এয়ে হ'ল স্বধৰ্ম। স্বধৰ্ম স্বভাৱৰ ওপৰত নিৰ্ভৰশীল। কিন্তু স্বধৰ্মই কেৱল জাতিভেদ অনুসৰি নিৰ্দিষ্ট কৰ্ম কৰা নুবুজায়। নিজৰ প্ৰকৃতিৰ লগত মিল থকা কামহে মানুহে কৰিব লাগে। এই কাম স্বগুণ অনুযায়ী নিৰ্ধাৰিত হয়। গীতাই বেদৰ যজ্ঞতত্ত্ব আৰু চতুৰাশ্ৰমকো গ্ৰহণ কৰিছে। কিন্তু ই সেইবোৰত গভীৰ আৰু সাৰ্বজনীন তাৎপৰ্য আৰোপ কৰি ন মূল্য আৰোপ কৰিছে। গীতাই বহিৰ্জীৱন আৰু অন্তৰ্জীৱনৰ একত্বও প্ৰতিপন্ন কৰে আৰু অন্তৰ্জীৱনৰ নিয়ম অনুসৰি কৰ্ম-বিকাশ হ'ব লাগে বুলি কয়। কিন্তু গীতাই অকল অন্তৰ্জীৱনৰ নিয়ম মতে বিকাশৰ কথা কৈয়েই ক্ষান্ত থকা নাই, এই অন্তৰ্জীৱনক প্ৰকৃতিৰ ঊৰ্ধলৈ যাবলৈ উপদেশ দিছে। ঈশ্বৰত শৰণ লৈ মানুহে সত্ত্ব, ৰজ, তম— এই তিনি গুণৰ সীমা অতিক্ৰম কৰিব পাৰে। এইভাৱে তেওঁ ত্ৰিগুণাতীত অৱস্থা লাভ কৰে। আন কথাত, মানুহে তেতিয়া নৈতিক, বুদ্ধিগত, আবেগিক বা দৈহিক ব্যক্তিত্ব অতিক্ৰম কৰি আধ্যাত্মিক ব্যক্তিত্ব লাভ কৰে আৰু তেওঁৰ দেহ, মন, আত্মা— এইবোৰ কেৱল পৰম সত্তাৰ যন্ত্ৰ হয়। সেইবাবে কৰ্মযোগৰ অৰ্থ হ'ল ঐশ্বৰিক ইচ্ছা প্ৰকট কৰিবৰ বাবে দেহ-মন-আত্মাক ঈশ্বৰত

বিলীন কৰা। এই একাত্মীয়তাৰ ফলত দৈৱশক্তি মানৱ-দেহত নামে আৰু তাক ঈশযন্ত্ৰত পৰিণত কৰে। ইয়াৰ উপৰিও গীতাই ক্ষৰ, অক্ষৰ আৰু উত্তম পুৰুষৰ প্ৰকৃতি বৰ্ণনা কৰিছে। অৰবিন্দৰ মতে ক্ষৰ পুৰুষ হ'ল প্ৰকৃতিৰ অনুগত আত্মা। অক্ষৰ পুৰুষ হ'ল স্বয়ং প্ৰকৃতিৰ কামৰ পৰিদৰ্শক। উত্তম পুৰুষ হ'ল আকৌ পৰমাত্মা,—এওঁ প্ৰকৃতিত ব্যাপ্ত হৈ থাকিও তাক অতিক্ৰম কৰি যায়। উপনিষদত এজোপা গছৰ ডালত দুটা চৰাই বহি থকাৰ এটা কাহিনী আছে। তাৰে এটা চৰাই অনীশ আৰু ইটো চৰাই ঈশ। প্ৰথম চৰাইটোৱে তলৰ ডালত বহি গছৰ ফল খাই থাকে; দ্বিতীয়টোৱে ওপৰৰ ডালত উঠি নিৰীক্ষণ কৰে। অৰবিন্দৰ মতে প্ৰথমটো হ'ল ক্ষৰ পুৰুষ; এই পুৰুষে প্ৰকৃতিত আসক্ত হৈ তাতে ফল ভোগ কৰে। দ্বিতীয়টো অক্ষৰ পুৰুষ; এওঁ প্ৰকৃতিৰ উৰ্ধত থাকি কৰ্ম পৰিদৰ্শন কৰে। গছজোপা হ'ল প্ৰকৃতি। এই প্ৰকৃতিত সোৱাদ আৰু তিতা দুয়োবিধ ফলেই লাগে। অক্ষৰ পুৰুষ হ'ল নিজেই নিজৰ সম্ৰাট। ইয়াৰ উপৰিও পুৰুষোত্তম আছে। এওঁ প্ৰকৃতিৰ উৰ্ধৰ পৰমাত্মা; এওঁ একও নহয়, বহুও নহয়। ব্যক্তিত্ব বা নৈৰ্ব্যক্তিত্বও তেওঁত আৰোপ কৰিব নোৱাৰি। গীতাই মায়াবাদ, সন্ন্যাস, তৃষ্ণাশূন্যতা আদিৰো সমৰ্থন নকৰে।

অৰবিন্দৰ মতে তন্ত্ৰতো এই পূৰ্ণ জীৱনৰ আদৰ্শ আছে। তন্ত্ৰই ইহজগততে মুক্তি লভাৰ কথা কয় আৰু মানৱ দেহ-মনক দিব্য শক্তিৰ যন্ত্ৰ কৰিব লাগে বুলি মত প্ৰকাশ কৰে। এই সত্য বৌদ্ধ, জৈন আৰু কিছুমান বেদান্ত দৰ্শনে মানি নলয়; এইবোৰ দৰ্শনে সংসাৰ-ত্যাগ আৰু সংসাৰ-চক্ৰৰপৰা ব্যক্তিক মুক্ত কৰাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। দুই এটা দৰ্শনে জগতক মায়া বুলি ভাবিবলৈকো শিকায়। এই দৰ্শনবোৰৰ মতে কৰ্ম মানেই বন্ধন আৰু তৃষ্ণা-শূন্যতাই মুক্তি। অৰবিন্দই এই আংশিক দৰ্শনবোৰ পুনৰ বিচাৰ কৰি বেদ, ঈশোপনিষদ, গীতা আৰু তন্ত্ৰৰ পৰম্পৰাতে

পূৰ্ণ জীৱন-দৃষ্টি ৰচনা কৰিব খোজে। এই পথেই হ'ব প্ৰাচীন সাধনাৰ নবীকৰণৰ পথ। এই পথ ল'লেহে এই সাধনাক নিৰ্দিষ্ট পন্থাৰ ধৰ্মতত্ত্ব আৰু প্ৰতীকবাদৰপৰা মুক্ত কৰি তাক সকলো ধৰ্ম আৰু জাতিৰ মানুহবোৰকে মুকলি কৰি দিব পৰা যাব। এনে নকৰিলে সাৰ্বজনীন আধ্যাত্মিক ক্ৰমবিকাশ অসম্ভৱ। অৰবিন্দৰ মতে প্ৰত্যেক ধৰ্মই কিছু মানুহক নিসন্দেহে পৰিত্ৰাণ কৰি আহিছে; কিন্তু কোনোটিয়েই বিশ্বক আধ্যাত্মিক গঢ় দিব পৰা নাই। পিচে তাৰ কাৰণে পন্থা বা মতবাদৰ প্ৰয়োজন নাই, আধ্যাত্মিক ক্ৰমবিকাশৰ অনলস সাধনাহে লাগে।

'দিব্য জীৱন' গ্ৰন্থত তেওঁ নিজৰ দৰ্শনৰ পূৰ্ণ ব্যাখ্যা দিছে। আগৰ এটি অধ্যায়ত এই বিষয়ে আলোচনা কৰা হৈছে। অৰবিন্দৰ দৰ্শন মূল বা আদি বেদান্তৰ ওপৰত আধাৰিত। তেওঁৰ মতে মানৱ-মন অসম্পূৰ্ণ যন্ত্ৰ; তাক উন্নত কৰিবৰ বাবে উচ্চতৰ বোধি আৰু অতি-মনৰ বিশেষ প্ৰয়োজন বুলি অৰবিন্দই ভাবে। অতি-মনেই হৈছে অৰবিন্দৰ দৰ্শনৰ বীজ-অক্ষৰ। ইয়াতে সকলো মানৱীয় দ্বৈত ধাৰণাৰ অন্ত পৰিছেহি। ইয়াত অসম যুক্তিহে খাটে। অতি-মনক তেওঁ সত্য-চেতনা, আধ্যাত্মিক চেতনা, মূল ভাব, সৃষ্টি-শক্তি, জ্ঞান, বিজ্ঞান আৰু অমৃতত্ব নামেৰেও অভিহিত কৰিছে। ই হৈছে 'সৎ' আৰু 'অসৎ'ৰ সংযোগ-স্থল। অখণ্ড সত্তাৰ সৎ, চিৎ, আনন্দ তিনিটি গুণ। সৎ বিশুদ্ধ স্থিতি, চিৎ চেতনা-শক্তি আৰু আনন্দ স্থিতিৰ আহ্লাদ। চেতনা-শক্তি অনন্ত সত্তাত নিহিত থাকে। ইয়েই আত্মপ্ৰকাশৰ কাৰণ। ইয়াৰ লগতে আহ্লাদ যোগ হ'লেই ৰূপজগতক (অনন্ত সত্তাৰপৰা) প্ৰকাশ কৰে। আত্ম-বিকৃতি, আত্ম-সংকোচন আৰু আত্ম-সংগ্ৰহৰ দ্বাৰা জীৱ, মন পদাৰ্থ আৰু আত্মাত দৈব স্থিতি, চেতনা-শক্তি, শান্তি আৰু অতি-মনৰ প্ৰৱেশ ঘটে। মন আৰু অতি-মনৰ মাজৰ পৰ্দা গুচাব পাৰিলেই দিব্য জীৱন জগতত প্ৰৱেশ কৰে আৰু মনেও অতি-মনৰ

পোহৰ পায়। এই অৱতৰণৰ কালত বিভিন্ন জগত পোৱা যায় আৰু এই জগতবোৰ আধিদৈবিক। উক্ত কাল সাধাৰণ কাল নহয়। এই জগতবোৰে আমাৰ মৰণাতীত জগতৰ ধাৰণাবোৰৰ কথাও ব্যাখ্যা কৰাত সহায় কৰে।

অৰবিন্দৰ মতে অৱৰোহণতকৈ মনৰ অতি-মনৰ স্তৰলৈ হোৱা আৰোহণৰ ক্ৰিয়া অধিক গুৰুত্বপূৰ্ণ। পদাৰ্থৰ অণু-পৰমাণুসমূহক অৰবিন্দই ঘুমটিত ফুৰা বস্তু বুলিছে। তেওঁৰ মতে প্ৰত্যেক বস্তুতে একোটা প্ৰচ্ছন্ন চেতনা থাকে। অন্তৰ্যামীয়ে তাক পৰিচালিত কৰে। বস্তুৰপৰা প্ৰাণ আৰু প্ৰাণৰপৰা মন আৰু মনৰপৰা ক্ৰমাৎ সচেতন ক্ৰম-বিকাশৰ চেষ্টা আৰম্ভ হয়। লগে লগে অন্তৰৰ শক্তিও ক্ৰিয়াশীল হ'বলৈ আৰম্ভ কৰে। কিন্তু এই ক্ৰিয়াবোৰ সসীম জগতৰ। সেইকাৰণেই ই জগতত পূৰ্ণ সমলয় সাধিব নোৱাৰে। বস্তু আৰু প্ৰাণৰ ৰূপান্তৰ সাধনো এই স্তৰত সম্ভৱপৰ নহয়। মনৰ স্তৰত আধ্যাত্মিক ক্ৰিয়াও প্ৰভাৱশালী হ'ব নোৱাৰে। এই কাৰণেই অতি-মনলৈ আৰোহণৰ প্ৰয়োজন। অতি-মনৰ ক্ৰিয়া বাক-মনৰ অতীত। যোগৰ যোগেদিহে মনৰ লগত অতি-মনৰ সংযোগ-সাধন কৰিব পাৰি। আৰোহণৰ স্তৰবোৰ নিশ্চিত নহয়। অৰবিন্দই মন আৰু অতি-মনৰ মাজৰ স্তৰবোৰক ক্ৰমে উচ্চ মন, জ্যোতিষ্মান মন, বোধিযুক্ত মন আৰু উচ্চতম মন—এইকেইটা নামেৰে অভিহিত কৰিছে।

অৰবিন্দৰ দৰ্শনত ঈশব্যক্তিৰ স্থান কি, তাৰ কথা আগতে কোৱা হৈছে। এই ব্যক্তিক 'জ্ঞানী' নামেও অভিহিত কৰা হয়। এনে ব্যক্তিক 'জীৱন্মুক্ত' আৰু 'বোধিসত্ত্ব'ৰ লগত তুলনা কৰিব পাৰি। এই ব্যক্তিসকলৰ তলত দিয়া গুণবোৰ থাকিব লাগে বুলি অৰবিন্দৰ ধাৰণা।

(১) ঈশব্যক্তি পূৰ্ণতম ৰূপত অখণ্ড ব্যক্তি। তেওঁ দেহ-মন-জীৱন ৰূপান্তৰিত কৰে আৰু নিজেও পৰমাত্মাৰ দ্বাৰা নিয়ন্ত্ৰিত হয়।

(২) জাগতিক স্তৰত এইসকল ব্যক্তিয়ে অসীম অতি-মনৰ সহায়েৰে কাম কৰে। এওঁলোকে সকলোতে একত্ব বোধ কৰে।

(৩) এনে ব্যক্তি অহংৰহিত, কিন্তু ব্যক্তিত্বৰহিত নহয়। সকলো জ্ঞানীৰে প্ৰকৃতি বা গুণ একে হ'ব নোৱাৰে। কিন্তু ব্যক্তিত্ব আৰু নৈৰ্ব্যক্তিত্ব একে বাস্তৱতাৰপৰাই উদ্ভূত।

(৪) তেওঁৰ চেতনাত ব্যক্তিগত বৈশিষ্ট্য আৰু বিশ্বজনীন বৈশিষ্ট্যৰ বিৰোধ নাই। এই বিশ্বজনীন বৈশিষ্ট্যৰ লগত লোকোত্তৰ দিব্য শক্তিৰো ভেদ নাথাকে।

(৫) এওঁলোকে 'যোগসিদ্ধি' স্বাভাৱিকভাৱে প্ৰয়োগ কৰিব পাৰে।

(৬) ঈশব্যক্তিৰ পৰম লক্ষ্য হ'ল ধৰাত দিব্য ৰাজ্য স্থাপন কৰা।

এই ঈশব্যক্তিসকলক নিখুঁত সমাজ নিৰ্মাণৰ ঘাই আহিলা ৰূপে কল্পনা কৰা হৈছে। পণ্ডিচেৰীৰ আশ্ৰমত তেওঁ অতি-মনৰ যি সাধনা কৰিছিল, সেই সাধনাৰো উপস্থিত লক্ষ্য এনে ঈশব্যক্তি সৃষ্টি কৰা। এই অধ্যাত্মবাদী পৰিকল্পনাক আদৰ্শবাদী বুলি আখ্যা দিয়া হৈছে। আধুনিক মানুহৰ উপযোগীকৈ প্ৰাচীন বেদান্ত আৰু ধৰ্মক ক্ৰিয়া-কাণ্ড আৰু বাহ্যিক বন্ধনৰপৰা মুক্ত কৰি সম্পূৰ্ণৰূপে এক দাৰ্শনিক ৰূপত ব্যাখ্যা কৰিব পৰাটো অৰবিন্দৰ বৈশিষ্ট্য। সমসাময়িক ভাৰতীয় সমাজত এনে ব্যাখ্যাৰ প্ৰয়োজন অনুভূত হৈছিল। তাৰ প্ৰমাণ ৰামমোহন ৰায়, ৰামকৃষ্ণ পৰমহংস, স্বামী দয়ানন্দ, বিবেকানন্দ, তিলক, ৰমণ আৰু অন্যান্য চিন্তাবিদসকলৰ আৱিৰ্ভাৱেই দিয়ে। অৰবিন্দই দিব্য জীৱন, অতি-জীৱন আৰু ঈশব্যক্তিৰ ধাৰণা প্ৰৱৰ্তন কৰি এই আধ্যাত্মিক পুনৰ-জাগৰণক এক নতুন ৰূপ দিলে।

---

# অৰবিন্দৰ ৰচনাৱলী

## ভাৰতীয় সংস্কৃতি

ফাউণ্ডেশ্যন অব্ ইণ্ডিয়ান কাল্চাৰ
অন্ দি বেদ
হিম্‌ছ টু দি মীষ্টিক ফায়াৰ
ঈশ উপনিষদ (ইংৰাজী)
এইট্ উপনিষদছ্ (ইংৰাজী)
কেন উপনিষদ (ইংৰাজী)
এচেজ অন্ গীতা
দি ৰেণাচাঁ ইন্ ইণ্ডিয়া
দি চিগ্‌নিফিকেন্স অব্ ইণ্ডিয়ান আৰ্ট

## সাহিত্য

ব্যাস এণ্ড্ বাল্মীকি
কালিদাস
ভিউজ্ এণ্ড্ ৰিভিউজ্
লেটাৰ্চ অব্ শ্ৰীঅৰবিন্দ, থাৰ্ড চিৰিজ (সাহিত্য)
দি ফিউচাৰ পয়েট্ৰি
কন্‌ভাৰচেশ্যনচ্ অব্ দি ডেড্
দি ফেন্‌টম হাৱাৰ (গল্প)
কলেক্‌টেড্ পয়েমছ্ এণ্ড্ প্লেজ
পয়েমছ্ পাষ্ট এণ্ড্ প্ৰেজেণ্ট
লাষ্ট পয়েমছ্
ম'ৰ পয়েমছ্
ইলিয়ন
ৰডগুণ
সাবিত্ৰী

ভিজিয়েৰচ্ অব্ বচোৱা
বাসৱদত্তা
এৰিক্

**জাতীয়তাবাদ**

বঙ্কিম-তিলক-দয়ানন্দ
দি নেশ্বনেল্ ভেলু অব্ আর্ট
দি আইডিয়েল্ অব্ কর্মযোগী
এ চীষ্টেম অব্ নেশ্বনেল্ এডুকেশ্বন্
দি ব্ৰেইন অব্ ইণ্ডিয়া
দি স্পীচেচ্ অব্ শ্ৰীঅৰবিন্দ
দি ডক্ট্রিন্ অব্ পেচিভ্ ৰেজিচ্টেন্স

**দর্শন আৰু যোগ**

দি লাইফ্ ডিভাইন্
আইডিয়েল্ছ এণ্ড্ প্ৰগ্ৰেছ
দি চুপাৰমেন
ইভলিউশ্বন্
থটছ্ এণ্ড্ গ্লিমছেজ্
থটছ্ এণ্ড্ এফৰিজিমছ্
দি আৱাৰ অব্ গড
হেৰাক্লিটাচ
দি চুপ্ৰামেণ্টেল মেনিফেষ্টেশ্বন অন্ আর্থ
দি প্ৰব্লেম অব্ ৰিবার্থ
দি হিউমেন চাইকোল
দি আইডিয়েল অব্ হিউমেন ইউনিটী
দি মাদাৰ
দি যোগ এণ্ড্ ইটছ্ অবজেক্টছ্
দি চিন্‌থেচিচ্ অব্ যোগ
দি ৰিড্‌ল অব্ দি ৱৰ্ল্ড্
লেটার্চ অব্ শ্ৰীঅৰবিন্দ অন দি মাদাৰ

যি কেইখন গ্ৰন্থৰ বিশেষ সাহায্য লোৱা হৈছে, সেই কেইখনৰ নাম তলত দিয়া হ'ল—

১। এমং দি গ্ৰেট—দিলীপ ৰায়
২। দিব্য জীৱন (২ খণ্ড) শ্ৰীঅৰবিন্দ
৩। অৰবিন্দ অন্ হিমচেল্ফ্—পণ্ডিচেৰী আশ্ৰম
৪। আইডিয়েল অব্ হিউমেন ইউনিটি—শ্ৰীঅৰবিন্দ
৫। শ্ৰীঅৰবিন্দ—নৱজাত
৬। অমৃত: ১২শ বৰ্ষ, ১ম খণ্ড, ১১শ সংখ্যা
৭। গ্ৰেট ইণ্ডিয়ানচ্—ডঃ ৰাধাকৃষ্ণণ
৮। মহাত্মা গান্ধী—পিয়াৰীলাল
৯। পচিবোল ৱৰ্ল্ডচ্—জে. বি. এছ্. হলডেন্
১০। সুন্দৰৰ সাধনা—অৰবিন্দ আৰু অন্যান্য
১১। ডিচ্কভাৰী অব্ ইণ্ডিয়া—জৱাহৰলাল নেহৰু
১২। এ হিষ্টৰি অব্ ইণ্ডিয়া—মাইকেল এডোৱাৰ্ডচ
১৩। সাংখ্যদৰ্শন—ৰাধানাথ ফুকন
১৪। গীতা—ৰাধানাথ ফুকন
১৫। ইণ্ডিয়ান মেটিৰিয়েলিজম্: এ ৰিট্ৰস্পেক্ট—ডি. পি. চট্টোপাধ্যায় (ডাচ কেপিটেল্ চেণ্টেনেৰী ভলিউম)
১৬। শ্ৰীসপ্তসতী ৰহস্যময়—ৰামমোহন চক্ৰৱৰ্তীৰ দ্বাৰা সম্পাদিত
১৭। হিন্দুইজম্ থ্ৰু দি এজেচ্—ডি এছ্. শৰ্মা

---